# শ্ৰীৰাম-কীৰ্ত্তন।

বা

# অনন্ত ৰামায়ণ।

---



অনন্ত ঠাকুৰ আতা দ্বাৰা

বিৰচিত।

সম্পাদক

শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা।

বৰকটকী কোং দ্বাৰা

প্ৰকাশিত—যোৰহাট।




( ১৯২৫ চন— চেপ্তেম্বৰ )

বেচ ডেৰ টকা।

প্ৰকাশক—
বৰকটকী কোং
যোৰহাট—আসাম।

কাত্যায়নী প্ৰেছত
শ্ৰীৰাজেন্দ্ৰল' । সৰকাৰ
দ্বাৰা ছাপা হল।
৩৭।১ নং শিৱনাৰায়ণ দাস লে,
কলিকাতা।

# শ্ৰীৰাম কীৰ্ত্তন সম্বন্ধে কবলগা।

—:০:—

এই পুথিখন আসামৰ সকলো জিলাতে পোৱা যায়। উত্তৰ লক্ষ্মীমপুৰত ইয়াৰ প্ৰচাৰ আটাইতকৈ বেছি যেন লাগে। লক্ষ্মীমপুৰ আৰু নগাৱঁৰ বৰদোৱা অঞ্চলত বহুত নাম-লগাওঁতাই এই পুথিৰ পদ মুখস্থ ৰখা আৰু নাম-প্ৰসঙ্গত ইয়াৰ পদ দিয়া দেখা যায়। কিন্তু বৰ আচৰিত কথা যে, ৰায় চাহেব দীনেশচন্দ্ৰ সেন মহাশয়ে তেখেতৰ "বঙ্গভাষা ও সাহিত্য" নামৰ গ্ৰন্থত এই পুথিৰ নাম "অনন্ত ৰামায়ণ" দি নানা কল্পনাৰ অৱতাৰণা কৰি পুথিখন বঙ্গভাষাৰ বুলি প্ৰমাণ কৰিবলৈ বিচাৰিছে। অৱশ্যে তেখেতৰ এটা অনুমান কিছু ঠিক হৈছে "আমৰা এই পুস্তকেৰ প্ৰণেতাকে বঙ্গেৰ পূৰ্ব্বোত্তৰ সীমাগুস্থিত কোন পল্লীৰ অধিবাসী বলিয়া গ্ৰহণ কৰিতে পাৰি।"

গ্ৰন্থকৰ্ত্তাই গ্ৰন্থৰ ভিতৰেদি এইদৰে নিজৰ পৰিচয় দিছে :—

এতেকে অৱজ্ঞা কাকো কৰিবে উচিত নহে
শুনা কৃষ্ণ দাসৰ চৰিত্ৰ।
যশ চন্দ্ৰ খাঁ যে ভূঞা আছিলা প্ৰখ্যাত বৰ
সদায় ধৰ্ম্মত যাৰ চিত্ত।।১০২৫

তাহান কনিষ্ঠ ভাই　　　সুকবি যে গিৰি
খ্যাতি তান পুত্র যদু হয়।
শঙ্কৰৰ ভ্রাতৃ পৌত্রী　　　নামে বিষ্ণুপ্রিয়া শান্তী
বিহাইলন্ত যদু শুভনয় ॥
তান গৰ্ভে ভৈলোঁ জাত　　　মুহিকোহু আমি খ্যাত
পৰম মুৰুখ মূঢ়মতি।
তথাপিতো ইটো কাজ　　　কৰাইলন্ত ৰঘুৰাজ
ক্ষমিয়োক সমাজে সম্প্রতি ॥১০২৬

ওপৰৰ পদৰপৰা আমি গ্রন্থকর্ত্তাৰ এই পৰিচয় পাওঁ—

যশ চন্দ্র খাঁ ভূঁঞা - সুকবি গিৰি
|
যদুগিৰি ভাৰ্য্যা বিষ্ণুপ্রিয়া (শ্রীশ্রীশঙ্কৰৰ ভাতৃ পৌত্রী)
|
অনন্ত

অলপতে আমাৰ হাতত "কালশিলা" গোসাঁইৰ চৰিত পুথিখন পৰিছে। তাত সিবিলাকৰ উপৰি পুৰুষ সম্বন্ধে তলত দিয়াৰদৰে আছে :—

ৰাজধৰ
|
১। সূৰ্য্যবড় — কুসুম্বৰ — শ্রীশঙ্কৰ
২। জয়ন্তা — মাধৱীদলৈ — ৰতিকান্ত ওৰফে হাথীয়াদলৈ (হাথীয়া) — ৰামচন্দ্র — দুহিতা বিষ্ণুপ্রিয়া স্বামী যদুগিৰি
৩। মাধৱ
৪। হলায়ুধ

চৰিতত এইদৰে আছে ঃ—

যশ চন্দ্ৰ খাঁ যে আছিলন্ত ভূঞা
সৰ্ব্বগুণে অনুপাম ।
তাহান কনিষ্ঠ ভাই মহাশিষ্ট
যাৰ শুকাইগিৰি নাম ॥
তাহান তনয় যদু সুধাশয়
গুণৰ নাহিকে অন্ত ।
শ্ৰীভাগ্ৱত টীকায়ে সহিতে
কণ্ঠত সদা বসন্ত ॥
শঙ্কৰ দেৱৰ ভাতৃ যে কনিষ্ঠ
হাথীয়াদলৈ খ্যাত ।
নামে ৰতিকান্ত পৰম মহন্ত
মহন্তৰ সমজ্যাত ॥*
তাহান তনয় আতি শুভানয়
ৰামচন্দ্ৰ নাম ভৈলা ।
জীউখানি মাত্ৰ জন্মিল তাহাৰ
এতেকে বৈকুণ্ঠে গৈলা ॥

---

* পৰম শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা মহাশয়ে ৰতিকান্তৰ পুত্ৰ হাতীয়া বা হাথীয়া লিখিছে ( শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ ১০ পৃঃ ) ; আমি উল্লেখকৰা পদমতে ৰতিকান্তৰ অপৰ নাম হাথীয়া দলৈ ।

নাতিনী খানিক ৰতিকান্তদেৱে
তুলিলন্ত স্নেহ কৰি ।
শুকাইৰ পুত্ৰক যদুক আনিয়া
বিহাইলা যত্ন কৰি ॥
তানে গর্ব্ভে জাত তিনি পুত্ৰ খ্যাত
বিষ্ণুৰ সেৱক ভৈলা ।
চিদানন্দ নিত্যা নন্দ কনিষ্ঠৰ
হৃদয়ানন্দ নাম থৈলা ॥

* * * *

হৃদয়ানন্দক অনন্ত বোলয়
সর্ব্বগুণে অনুপাম ।
বাৰাদিৰ হস্তে উজানে আসিয়া
কৈলা আৰু নানা কাম ॥
তেহো যে আসিয়া মায়াংৰাজ্যত
কালশিলা গ্ৰামে ৰৈলা ॥
অতি ভয়ানক বিলখান তাত
সেহি নামে গ্ৰাম ভৈলা ॥

* * * *

প্ৰেমলতা আৰু ৰাম যে কীর্ত্তন
দুই শাস্ত্ৰ কৰিলন্ত ।
সেহি কাৰণত কালশিলা সত্ৰে
অদ্যাপি কীর্ত্তি ৰৈলন্ত ।

চৰিতত লিখা শুকাইগিৰিকেই গ্ৰন্থকৰ্ত্তাই লিখা স্থক-বিগিৰি বুলি ধৰিলে, চৰিত পুথিৰ লগত গ্ৰন্থকৰ্ত্তাৰ লিখা কথা মিলি যায়। গ্ৰন্থকৰ্ত্তাৰ অন্য নাম হৃদয়ানন্দ বুলিও গ্ৰন্থৰ বহুত ঠাইত নিজে উল্লেখ কৰিছে ঃ—

৬৬৩ পদ— ৰামৰ চৰিত্ৰ শুনা সবে মন কৰি ।
কহয় হৃদয়ানন্দে বোলা হৰি হৰি ॥

৮৩৭ পদ— কায়স্থ হৃদয়ানন্দে কয় ।
শুনিয়োক সভাসদ চয় ॥
ৰাম কথা সংসাৰৰ সাৰ ।
জানি ৰাম বোলা বাৰম্বাৰ ॥

পুথি ৰচনাৰ শকটো গ্ৰন্থত এইদৰে লিখা আছে ঃ—

অশ্বমুনি বাণ চন্দ্ৰ শকত ।
আঘ্ৰাণ দ্বিতীয়া শুক্ল পক্ষত ॥
শ্ৰীৰাম কীৰ্ত্তন ভৈল উপসাম ।
অনন্তে কহে বোলা ৰাম ৰাম ॥

অশ্ব—৪ ; মুনি—৭ ; বাণ—৫ ; চন্দ্ৰ ১ ;

প্ৰাচীন নিয়ম মতে অঙ্ক কেইটা ওভোতাই দিলে ১৫৭৪ হয় ; এয়ে পুথি লিখাৰ শক । শ্ৰীশ্ৰীশঙ্কৰদেৱ ১৪৯০ শকত প্ৰয়াণ কৰে ; গতিকে গুৰুৰ প্ৰয়াণৰপৰা গ্ৰন্থ ৰচনাৰ সময়লৈ ৮৪ বছৰ। অনন্ত আতাৰ পিতৃদেৱতা যদুদেৱে ধৰ্ম্মগ্ৰহণ কৰা সম্বন্ধে চৰিতত এইদৰে আছে ঃ—

ৰামৰায় জ্ঞান দিলা ব্ৰাহ্মণক যাই।
কুঁজী-দেউৰাৰ মধ্যে বুঢ়াখাঁৰ ঠাই ॥
সিয়ো দোপদৰে আমি বাদ কৰোঁ যাই।
বুঢ়াখাঁৰ আগে বাদ হোক শাস্ত্ৰ চাই ॥
হেন শুনি মুনি সবে গৈলা সমদলে।
বহুবিপ্ৰে বল্কি হাই মাৰিবোহু বোলে ॥

*　　*　　*　　*

শঙ্কৰৰ তেজশ্মিয়ে সবে বোবা ভৈলা।
চাৰি যুগে চাৰি ধৰ্ম্ম ৰত্নাকৰে কৈলা ॥

*　　*　　*　　*

কলিৰ যুগৰ ধৰ্ম্ম ৰাম নাম খানি।
ৰত্নাকৰে কহিলন্ত শঙ্কৰৰ ধ্বনি ॥
বুঢ়া খাঁও দেখি বৰ আনন্দিত ভৈলা।
বুঢ়াখাঁৰ নাতিতেসে ধৰ্ম্মক থাপিলা ॥
সভা মধ্যে শিবে ধোপ* যদুদেউক দিলা।
বাদে জিনি ধৰ্ম্ম থাপি প্ৰকাশ কৰিলা ॥ (শঙ্কৰ)
বিষ্ণুপ্ৰিয়া দুহিতৃক যদু দেউক দিলা ॥

এই পদৰ লগত ওপৰৰ কথাৰ সামঞ্জস্য ঘটালে দেখা যায়—বুঢ়াখাঁ ভূঞা গ্ৰন্থকৰ্ত্তাৰ প্ৰপিতামহ; যদু বুঢ়াখাঁৰ নাতি, তেওঁ সুকবি বা শুকাইগিৰিৰ পুত্ৰ। শুকাইগিৰি যশচন্দ্ৰখাঁৰ ভয়েক (১০২৬ পদ—শ্ৰীৰাম কীৰ্ত্তন)। অৰ্থাৎ এনে হব -




যদুক আতিয়েক বুঢ়াখাঁ ভূঞাঁৰ দোপদৰত অৰ্থাৎ মেলচৰাত শ্ৰীশঙ্কৰে ধৰ্ম্ম দিয়ে। যদুৰ তৃতীয় পুত্ৰ অনন্ত বা হৃদয়ানন্দ ; এৰাই শ্ৰীৰাম কীৰ্ত্তন লিখিছিল।

বংশাৱলীমতে টেম্বুৱানি বন্ধত শ্ৰীশঙ্কৰ থাকোঁতেই কুঁজী আৰু দেউবা বিলৰ মাজত থকা বুঢ়াখাঁৰ দোপদৰতে যদুয়ে ধৰ্ম্ম লোৱা বুজা যায় ; ইয়াক সত্য মানিলে যদু'ৱে ১৫।১৬ বছৰতে ধৰ্ম্মলোৱা হয়।

তদুপৰি অনন্ত আতাক যদুৰ শেষ বয়সৰ সন্তান ধৰিব লাগিব। তেওঁৰ জন্ম বৰপেটাৰ ওচৰৰ বাৰাদি বা তাৰ কাষৰ কোনো ঠাইত। শ্ৰীশঙ্কৰ গুৰু ভটিয়াই যাওঁতে

---

* শ্ৰীশঙ্কৰে টেম্বুৱানি পৰিত্যাগ কৰা বয়স ৬০ বছৰ ধৰিলে সেই সময়ৰপৰা শ্ৰীৰাম কীৰ্ত্তন ৰচনা কৰাৰ সময় ৬০+৮৪=১৪৪ বছৰ হয়। কুলপঞ্জী মতে এইখিনি সময়ত চাৰি পুৰুষ পৰে ; কিন্তু নিয়ম মতে পাঁচ পুৰুষ পৰিলে একো আশঙ্কাৰ বিষয় নাথাকে।

যতুও লগত গৈছিল আৰু গুৰুৰ সঙ্গত কাল কটাইছিল। অনন্ত আতা ডেকা কালত বোধকৰোঁ 'চতুৰ্ভুজ ঠাকুৰৰ পত্নী আই লক্ষী বা কনকলতা আই উজাই আহি বৰদোৱা সংস্কাৰ কৰাৰ সময়তে লগতে নগাৱঁলৈ আহিছিল আৰু মায়াং অঞ্চলত ধৰ্ম্মপ্ৰচাৰ কৰিছিল। তেৰাই কালশিলা সত্ৰ পাতে আৰু একেবাৰে শেষ বয়সত শ্ৰীধাম কৰ্ত্তন লিখে। ইয়াৰ আগত "প্ৰেমলতা" ৴৷৹ গ্ৰন্থ ৰচনা কৰে। চৰিত্ৰ মতে অনন্ত আতাক আহোম ৰাজে সম্ভৱতঃ শিৱসিংহে দণ্ডুৱাত মাটি দিওঁ বুলিছিল, তেৰাই গ্ৰহণ নকৰিলে। পাচত তেৰাৰ পুত্ৰ ভুবনেশ্বৰ দেৱে ৰাজেশ্বৰ সিংহৰপৰা মাটি আৰু ভকত গ্ৰহণ কৰে।

কালশিলা আসাম বেঙ্গল ৰেলৰ ধৰমতুল ষ্টেচনৰ ৬ মাইল উত্তৰ পূবে। বৰ্ত্তমানেও এই সত্ৰ আছে। অনন্ত আতাৰ বংশধৰ এই কালশিলা, বৰঙ্গাবাৰী, তামুলীবাৰী আৰু তৰাবৰী নামে ঠাইত বাস কৰে। ভুবনেশ্বৰ দেউক ৰাজেশ্বৰ সিংহ ৰজাই ৭০০ পুৰা ধৰ্ম্মোত্তৰ মাটি দিছিল; মৰানৰ উৎপাতত তামৰ ফলি হেৰায়। জীউৰাম আতাৰ দিনত ধৰ্ম্মোত্তৰ মাটি খাৰিজ হৈ কেৱল ২৪২৷৴১২ লোচা মাটি থাকে।

---

৴৷৹ এই পুথি আমি বিচাৰিব ধৰিছোঁ।

শ্ৰীৰাম কীৰ্ত্তনৰ মূল ক'ত ? গ্ৰন্থ কৰ্ত্তাই লিখিছে :—

সাতকাণ্ড ৰামায়ণ বাল্মীকিৰ কৃত ।
তাৰ সাৰ উদ্ধাৰিয়া কৰিলা বিদিত ।।
ৰামায়ণ চন্দ্ৰিকা থৈলন্ত তাৰ নাম ।
কলাপ চন্দ্ৰ যে দ্বিজ মহন্ত উপাম ।।৬
তাৰ সাৰ অৰ্থ কাঢ়ি কি কৈবো অধিক ।
উপযুক্ত নহো মই জ্ঞানতো অল্পিক ।।
তথাপিতো হৃদি গুৰু দেৱ অনুগ্ৰহে ।
তাৰ অৰ্থ যেন পাওঁ কহিবো সংগ্ৰহে ।।৭
কীৰ্ত্তনৰ ছন্দে আৰু ৰচিবো পয়াৰ ।
শ্ৰীৰাম কীৰ্ত্তন নাম জানিবা ইহাৰ ।।

এতেকে শ্ৰীৰাম কীৰ্ত্তনৰ মূল "ৰামায়ণ চন্দ্ৰিকা।" ইয়াক কলাপ চন্দ্ৰ দ্বিজে লিখিছিল। অনন্ত আতাই ৰামায়ণ চন্দ্ৰিকাকে কীৰ্ত্তনৰ ছন্দত ভাঙ্গিছিল। পুথিখন পঢ়িলে বুজিব পাৰি, তেৰাই পুথিৰ অনুবাদ কৰা নাই ; তাৰ ছাঁ লৈ ৰামায়ণক অসমীয়া সাজ পাৰ দি কীৰ্ত্তনৰ ছন্দেৰে ৰচনা কৰিছিল। সুৰ কীৰ্ত্তনৰ দেখি বোধ কৰোঁ তেৰাই তাৰ নাম শ্ৰীৰাম-কীৰ্ত্তন ৰাখিছিল।

কলাপ চন্দ্ৰ দ্বিজ কোন ?

ৰামানন্দে লিখা গুৰু চৰিতত পোৱা যায়—শ্ৰীশঙ্কৰৰ পিতামহ ৺সূৰ্য্যবৰে শ্ৰীশঙ্কৰক লিখা-পঢ়া শিকাবলৈ পোনতে যি জনা গুৰুৰ ওচৰলৈ নিছিল তেওঁৰ নাম কলাপ

কেশৰী আছিল। এই কলাপ কেশৰীয়েই কলাপ চন্দ্ৰ দ্বিজ বুলি অনুমান কৰাটো বোধ কৰোঁ ভুল নহব।

কলাপ কেশৰী নামে এক ওজা
আছন্ত সেহি গ্ৰামত।
আগত শঙ্কৰ পাছে সূৰ্য্যবৰ
হৈলা তান গৃহাগত॥

শ্ৰীৰাম কীৰ্ত্তন, কীৰ্ত্তনৰ তাল মানত ৰচনা কৰিলেও শব্দ লালিত্যত সমান শাৰী পোৱা অসম্ভৱ। তদুপৰি ৰামায়ণ এটা ঐতিহাসিক ঘটনা; শ্ৰীমদ্ভাগৱত হিন্দুৰ সৰ্ব্বস্ব ভক্তিপূৰ্ণ মহাগ্ৰন্থ, কাজে কাজেই গুৰুৰ কীৰ্ত্তনৰ প্ৰভাৱত শ্ৰীৰাম কীৰ্ত্তন জঁয় পৰি আছে।

শ্ৰীৰাম কীৰ্ত্তনক শিশু পাঠ্য কৰিও দিব পাৰি। ইয়াৰ ভাষা অতি সহজ আৰু যদিও ই অতি সংক্ষিপ্ত ৰামায়ণ, তথাপি আৱশ্যকীয় চৰিত্ৰ ইয়াৰপৰা এটাও বাদ পৰা নাই বুলিব পাৰি।

পূব কালাকুচি, কামৰূপ
২৫ আহাৰ
৪৭৬ শংকৰাব্দ।

বিনীত—
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা।



ৰাম-ৰাজা।

K. M. P

# শ্ৰীৰাম-কীৰ্ত্তন।

## বন্দনা।

ৰামং লক্ষ্মণং পূৰ্ব্বজং ৰঘুবৰং সীতাপতিং সুন্দৰং।
কাকুৎস্থং কৰুণাময়ং গুণনিধিং বিপ্ৰ-প্ৰিয়ং ধাৰ্ম্মিকং॥
ৰাজেন্দ্ৰং সত্যসন্ধং দশৰথতনয়ং শ্যামলং শান্তমূৰ্ত্তিং।
বন্দে লোকাভিৰামং ৰঘুকুলতিলকং ৰাঘৱং ৰাৱণাৰিং॥

ঘোষা॥ জয় ৰাম ৰঘুপতি ৰাঘৱ মুৰাৰি
পশিলোঁ শৰণ নাথ নিয়োক উদ্ধাৰি॥

পদ।

জয় জয় জয় ৰামচন্দ্ৰ দেৱ-হৰি।
জয় জয় ৰঘুকুল তিলক মুৰাৰি॥
জয় সীতা-পতি গতি মাত্ৰ প্ৰাণ-পতি।
জয় যাৰ নামে কৰে অগতিৰো গতি॥১
জয় দুৰ্ব্বাদল শ্যাম ৰাম পূৰ্ণ-কাম।
তুৱা পাদ-পদ্মে কৰোঁ অশেখ প্ৰণাম॥

জগত কাৰণ নমোঁ জগত তাৰক।
ভকত বান্ধৱ পশু-পক্ষী নিস্তাৰক ॥২
হৃদয়ৰ বন্ধু দেৱ ৰাম গুণ-নিধি।
হুয়োক প্ৰসন্ন কৰিয়োক সৰ্ব্বসিদ্ধি ॥
তযু গুণ নাম কিছু বৰ্ণাইবাক চাওঁ।
হৃদয়ৰ বন্ধু যাৰ কৃপা-লেশ পাওঁ ॥৩
নমোঁ নমোঁ শ্ৰীশঙ্কৰ তুমি পূৰ্ণকাম।
কীৰ্ত্তনৰ ছন্দে বিৰচিলা গুণ-নাম ॥
তুমি ঈশ্বৰৰ কৰ্ম্মে মোৰ মন ভৈল।
যেন ব্ৰহ্ম-বধীয়ে স্বৰ্গক আশা কৈল ॥৪
তথাপিতো তযু কৃপা যি জনে পাৱয়।
তাৰ বাঞ্ছা সিদ্ধি হেবে কি কৈবে লাগয় ॥
তুমি কৃপাময় মোত হুয়োক প্ৰসন্ন।
আবে শুনিয়োক সভাসদ যত জন ॥৫
সাতকাণ্ড ৰামায়ণ বাল্মীকিৰ কৃত।
তাৰ সাৰ উদ্ধাৰিয়া কৰিলা বিদিত ॥
ৰামায়ণ চন্দ্ৰিকা থৈলন্ত তাৰ নাম।
কলাপ চন্দ্ৰ যে দ্বিজ মহন্ত উপাম ॥৬
তাৰ সবে অৰ্থ মই পাইবো কিবাধিক।
একে শূদ্ৰ জাতি আৰো বুদ্ধিত অল্পিক ॥
তথাপিতো হৃদিশ্বৰ দেৱ অনুগ্ৰহে।
তাৰ অৰ্থ যেন পাওঁ কহিবো সংগ্ৰহে ॥৭

কীৰ্ত্তনৰ ছন্দে আৰ ৰচিবো পয়াৰ ।
শ্ৰীৰাম কীৰ্ত্তন নাম জানিবাহা আৰ ॥
শ্ৰীনাৰায়ণ-নাভি-পদ্মত সাক্ষাত ।
সৃষ্টি কাৰ্য্যে ব্ৰহ্মাদেৱ আসি ভৈল জাত ॥৮
তান পুত্ৰ ভৈলন্ত মৰীচি অনুপাম ।
মৰীচিৰ পুত্ৰ যে কাশ্যপ অনুপাম ॥
কাশ্যপৰ পুত্ৰ বিশ্বস্ত সূৰ্য্য ভৈলা ।
শ্ৰাদ্ধদেৱ মনু আসি তান্তে উপজিলা ॥৯
মনু-পুত্ৰ সুজাজ্ঞ ইক্ষ্বাকু মহাৰাজা ।
তান বংশে ৰাজা হুয়া পালিলন্ত প্ৰজা ॥
দুইধিক ত্ৰিংশতি পুৰুষ অনন্তৰে ।
ভৈলা দশৰথ অজ নৃপতিৰ ঘৰে ॥১০
দশৰথ সম ৰাজা নাই ত্ৰিভুৱনে ।
দেৱক ৰাখিলা অসুৰক জিনি ৰণে ॥
শনিৰ দৃষ্টিত যিটো নভৈলন্ত মাৰ ।
একে ৰথে শাসিলন্ত সমস্ত সংসাৰ ॥১১
তেহোঁ বিয়া কৰিলন্ত সাত শ সুন্দৰী ।
তাসম্বাতে শ্ৰেষ্ঠা ভৈলা তিনি পাটেশ্বৰী ॥
কৌশল্যা সুমিত্ৰা কৈকেয়ী যাৰ নাম ।
ৰমিলন্ত মহাৰাজা পূৰি মন কাম ॥১২
বলে বীৰ্য্যে ঐশ্বৰ্য্যে ইন্দ্ৰেয়ো সম নয় ।
কোন জন নাহি তান্ক সমুখ হায়য় ॥

সৰ্ব্ব সুখে ৰহে ৰাজা নাৰীৰ সঙ্গত ।
ৰতি সুখে দশৰথ ভৈলা উনমত ॥১৩
নাহিকে প্ৰজাৰ সুখ-দুখ বিচাৰণ ।
অনাবৃষ্টি দুৰ্ভিক্ষে পীড়িত প্ৰজাগণ ॥
হেন দেখি দেৱঋষি চিন্তি প্ৰজা হিত ।
ৰাজাৰ স্থানক গৈলা তড়িত গতিত ॥১৪
দেখি ৰাজা অৱনতে হুয়া মৃদু ভাৱে ।
পাদ্যে অৰ্ঘে পূজিলা ঋষিৰ দুই পাৱে ॥
ৰাজাক সম্মুখি মুনি বুলিলা বচন ।
সূৰ্য্য বংশী ৰাজা তুমি ৰঘূৰ নন্দন ॥১৫
প্ৰজাহিত নিচিন্তি গৃহত সৰ্ব্বদায় ।
ৰতি ৰঙ্গ কৰি থাকা যেন মূঢ় প্ৰায় ॥
পঞ্চম বৎসৰ নাই ৰাজ্যে বৰিষণ ।
ক্ষুধায় পীড়িত প্ৰজা কৰয় ক্ৰন্দন ॥১৬
যিহেতু শনিৰ দৃষ্টি ভৈল ৰোহিণীত ।
এতেকে দুখিত প্ৰজা চিন্তিয়োক হিত ॥
এহি বুলি নাৰদ গৈলন্ত স্বৰ্গ পথ ।
হেন শুনি চিন্তাৰিষ্ট ভৈলা দশৰথ ॥১৭
কহে কৃষ্ণ চৰণে অনন্ত মূঢ়মতি ।
বোলা ৰাম ৰাম সবে হৌক সদগতি ॥১৮

---

একে ৰথে —এক সিংহাসনে, একন ৰজাই ।

## ঘোষা ॥

## ত্ৰাহি ৰাম, কৰা কৃপা কমল লোচন ॥

### পদ।

পাচে ৰথে চৰি দশৰথ।
ধৰিলা দক্ষিণ দিশ পথ ॥
ঘোৰ বনে ভৈলা পয়োসাৰ।
নাহি যাত লোকৰ সঞ্চাৰ ॥১৯
সেহি বনে এক বৃক্ষ আছে।
তাৰ তলে ৰহিলন্ত পাছে ॥
সেহি বৃক্ষে দুই পক্ষী ৰহে।
অন্যো অন্যে দুয়ো কথা কহে ॥২০
ইটো বনে নিমিলে আহাৰ।
গুচি আসা যাওঁ দেশান্তৰ ॥
ইদেশৰ দশৰথ ৰাজা।
নাই অন্ন দুঃখী ভৈল প্ৰজা ॥২১
নাৰী সঙ্গে থাকে মূঢ়মতি।
আসা গুচি যাওঁ আন ভিতি।
এহি বুলি তলে নিৰেখিল।
নৃপতিক আগন্তে দেখিল ॥২২

---

দেখি পক্ষী ভয় ভৈল বৰ।
হাঁসি ৰাজা দিলন্ত উত্তৰ ॥
একো ভয় নকৰিবি মোক।
ইটো বন দিলোঁ সবে তোক ॥২৩
দুয়ো পক্ষী থাকা কৌতূহলে।
মিলিব আহাৰ অবিকলে ॥
পক্ষীক নির্ভয় বাক্য বুলি।
ক্রোধে ৰাজা স্বর্গে গৈলা চলি ॥২৪
ইন্দ্র আদি দেখি দেৱগণ।
ভয়ে আতি দিলা সিংহাসন ॥
পূজাৰ সম্ভাৰ ধৰি আছে।
দেখি ৰাজা বুলিলন্ত পাছে ॥২৫
মোৰ ৰাজ্যে কিসৰ কাৰণ।
বৃষ্টি নকৰাহা দেৱগণ ॥
শক্র যেবে মানি আছ মোক।
এতিক্ষণে যুদ্ধ কৰিয়োক ॥২৬
ৰাজাৰ দেখিয়া ক্রোধ মন।
ইন্দ্রদেৱে বুলিলা বচন ॥
শনিৰ সম্পূর্ণ দৃষ্টি ভৈল।
ৰোহিণী নক্ষত্রে পীড়ি ৰৈল ॥২৭

---

ভিতি—ফাল। অবিকলে—বেগেতে, অনায়াসে।

সি কাৰণে তোমাৰ ৰাজ্যত ।
মেঘে বৃষ্টি নকৰে সাম্প্ৰত ॥
জানি শনি পাশে চলিয়োক ।
আমাসাক ক্ৰোধ তেজিয়োক ॥২৮
হেন শুনি ৰাজা তেতিক্ষণ ।
শনি আগে ভৈল উপসন ॥
তেখনে শনিৰ দৃষ্টি লাগি ।
বন্ধ ছিণ্ডি ৰথ গৈল ভাগি ॥২৯
তেতিক্ষণে চেতন হৰিলা ।
ঘূৰি ঘূৰি পৰিবে লাগিলা ॥
ত্ৰিভুবনে নাই কোনো জন ।
দশৰথে কৰিবে ৰক্ষণ ॥৩০
ঘূৰি আসে আকাশ মণ্ডলে ।
জটায়ু দেখিলা সেহি কালে ॥
দশৰথ পৰে পৃথিবীত ।
পৰিলে হৈবন্ত চূৰ্ণীকৃত ॥৩১
পৃথিবীৰ এন্তে মহাৰায় ।
ৰাখিলে অনেক পুণ্য পায় ॥
এহি বুলি পিঠি পাতিলন্ত ।
দশৰথ তাতে পৰিলন্ত ॥৩২

---

উপসন—উপস্থিত ।

কতোক্ষণে লভিলা চেতন ।
পাচে ৰাজা বুলিলা বচন ॥
কিবা মোৰ পিতৃ পিতামহ ।
তুমি কোন পক্ষী মোত কহ ॥৩৩
জটায়ু সমস্তে কহিলন্ত ।
দুইকো দুই সখি কৰিলন্ত ॥
অন্যো অন্যে কৰিলন্ত মান ।
দশৰথ যুৱিলন্ত যান ॥৩৪
পুনৰ্ব্বাৰ গৈল শনি-পাশ ।
দেখি শনি ভৈলা মহাত্রাস ॥
ইটো কিনো তেজৱন্ত জন ।
মোৰ দৃষ্টিত ৰহিল জীৱন ॥৩৫
বোলে শনি পাচক যাযোক ।
শীঘ্রে আগ হন্তে গুচিয়োক ॥
মোৰ দৃষ্টি অতি গুৰুতৰ ।
মুণ্ড ছিণ্ডি আছে গণেশৰ ॥৩৬
আমি যাতো সূৰ্য্যৰ নন্দন ।
তুমি সেহি কুলে উতপন ॥
এতেকেসে ৰহিল জীৱন ।
কহিয়োক যেন প্রয়োজন ॥৩৭
তুষ্ট হুয়া দিব মই বৰ ।
শীঘ্রে বুলিয়োক নৰেশ্বৰ ॥

শুনি ৰাজা বুলিলন্ত বাণী ।
ৰোহিণীৰ দৃষ্টি এৰা জানি ॥৩৮
মোৰ বাক্যে হৌক বৰিষণ ।
শুনি শনি বুলিলা বচন ॥
এৰিলোঁ যায়োক নৰেশ্বৰ ।
শুনি ৰাজা আসিলা সত্বৰ ॥৩৯
শনি দৃষ্টি যেথনে এৰিল ।
মেঘে তেতিক্ষণে বৰিষিল ॥
জলে ভৰি গৈল পৃথ্বি তল ।
শস্যে পৰিপূৰ্ণ সব স্থল ॥৪০
খণ্ডি গৈল প্ৰজাৰ নিকাৰ ।
কৌতুহল মিলিল ৰাজাৰ ॥
এহিমতে আছে নৰেশ্বৰ ।
শুনিয়োক সভাসদ নৰ ?৪১
উনমত্তে হৰি গুণ ৰড়ে ।
তাক এবে কোন সাধু নৰে ॥
পদক নিন্দন কৰা যেবে ।
পাষণ্ড মৰ্দ্দন দেখা তেবে ॥৪২
অন্ত্যজে ৰচিছে যিটো গীত ।
তাকো সবে শুনিতে উচিত ॥
কহিলন্ত শ্ৰীমন্ত শঙ্কৰে ।
জানি শুনিয়োক সৰ্ব্ব নৰে ॥৪৩

এতেকে নিন্দন এৰিয়োক ।
মোৰ দোষ সবে ক্ষেমিয়োক ॥
কহয় অনন্ত মূঢ়মতি ।
হৰি হৰি ঘুষিয়ো সম্প্ৰতি ॥৪৪

---

## ঘোষা ॥ হৰি ৰাম শ্ৰীৰাম জয় জয় ৰাম ॥

পদ ।

আনন্দে আছন্ত দশৰথ মহাৰায় ।
বশিষ্ঠাদি পাত্ৰগণ সঙ্গত মিলাই ॥
সাতো পৃথিবীৰ সব লন্ত কৰ দণ্ড ।
পুত্ৰবতে পালন্ত সমস্ত ভূমিখণ্ড ॥৪৫
দুঃখী ভিক্ষু দেশান্তৰী আসে নিৰন্তৰ ।
সমস্তকে দান মান কৰে নৃপবৰ ॥
একদিনা ধনু ধৰি ঘোটকত চৰি ।
মৃগয়া কৰিতে ৰাজা গৈলা দড়দড়ি ॥৪৬
সৰযূ নদীৰ তীৰ বনে পশি ৰায় ।
মাৰিলন্ত অনেক পৱিত্ৰ পশুচয় ॥
সেহিবেলা মহা এক অন্যায় মিলিল ।
শুনিয়োক যেন মতে ব্ৰাহ্মণ বধিল ॥৪৭

---

উভফোল—ফোল ( আকোৰা ভাগ ) ওপৰৰ ফালে মুখ কৰি থকা অৰ্থাৎ শৰ থিয় হৈ থকা ।

চাৰিয়ো বিস্তৰ মতে প্ৰবোধ বুলিল।
শুনি সীতা গোসানীৰ অগ্নি উথলিল ॥৯৫৬
বন বাস দুখ মাত্ৰ সুমৰি সুমৰি।
চাৰিৰো আগত কান্দিলন্ত আতি কৰি ॥
কতোক্ষণে সীতা দেবী শোক তম্ভাইলন্ত।
আখি মুখ মুছি তাসম্বাক বুলিলন্ত ॥৯৫৭
কিসক আমাক তোৰা কৰা উতপাত।
আৰো কিবা ৰাঘৱত আছয় সপ্তাত ॥
তান ঘৰে আৰো মই বোলাইবো ঘৰিণী।
মোত পৰে তেবে কোন আছে নিলাজিনী ॥৯৫৮
মই নিজ কৰ্ম্ম ভুঞ্জোঁ আন কোন খেদ।
তান মোৰ জানা এহিমানে পৰিচ্ছেদ ॥
ইমান দুখত আমি নমৰিলোঁ জানি।
ইবাৰ কাটিব স্বামী হাতে খাণ্ডা হানি।৯৫৯
আৰ নুবুলিবা বাপু চাৰি হস্তে যাহা।
পুনৰ্ব্বাৰ মাতা যেবে মোৰ মাথা খাহা ॥
হেন শুনি চাৰি বীৰে মাথা চপৰাই।
ৰামৰ কাৰুণ্য কৈলা বাল্মীকিৰ ঠাই ॥৯৬০
মই ভৈলোঁ জামাই তান সীতা ভৈলা জীউ।
যেন তেন মতে আনি ৰাখন্তোক জীউ ॥

---

জ্ঞাতিস্কাৰ—পিন্ধি উৰি শুৱনি। তম্ভাইলন্ত—থমালে।

শুনিয়া গৈলা চাৰি মহাবল।
ৰামক নমিয়া কৈলা সকল॥
সিটো নিশা প্ৰভু নিদ্ৰা নগৈলা।
দুই পুত্ৰ গলে বান্ধি থাকিলা।৯৬৫
প্ৰভাতে ৰাঘৱে স্নান কৰিয়া।
সভা পাতি বসি আছন্ত চায়া॥
বাল্মীকি সীতাক প্ৰবোধ কৰি।
নিলন্ত সভাক যেন আজুৰি॥৯৬৬
ঋষিৰ আক্ৰোশে ধীৰে চলন্ত।
দেখন্তে লোকে মাৰে লাজ পান্ত॥
বোলোৱা বস্ত্ৰে অঙ্গ ঢাকি জুৰি।
প্ৰতি খোজে ভূত ভাৱে ধৰে বেঢ়ি।৯৬৭
সীতা আসা যেবে লোকে শুনিল।
সমস্ত ৰাজ্য যেন উভটিল॥
বোলে শুভদিন আসিল আই।
দেখোঁ গৈয়া আসা সকলো যাই॥৯৬৮
কান্দে নৰ-নাৰী অৱস্থা চাই।
হৰি হৰি ভৈল কিনো বিলাই॥
কাকো ভাল মন্দ নেদি সিদ্ধান্ত।
অধোমুখে চলি মাৱ যাহান্ত॥৯৬৯
নেৰে নৰ-নাৰী সীতাৰ পাশ।
এহি মতে পাইল সমাজৰ কাষ॥

বাল্মীকিক দেখি উঠিল ৰাম।
কৰিলা সাদৰে পৰি প্ৰণাম ॥৯৭০
তুলসী আশীৰ্ব্বাদ ঋষি দিল।
ৰাঘৱে দুই হাত পাতি লৈল ॥
এক ভিতি হৈয়া থাকিলা আই।
মাথে বস্ত্র দিয়া কাকো নচাই ॥৯৭১
বাল্মীকি বোলন্ত ৰামৰ আগে।
বশিষ্ঠ আদি শুনা মহাভাগে ॥
জানকীক বুলি প্ৰবোধ বাক।
আনিয়া ৰাঘৱ দিলোঁ তোমাক ॥৯৭২
যেন লাগে আঙ্ক পৰীক্ষা কৰা।
কিঞ্চিতো ছিদ্র নপাইবাহা তোৰা ॥
স্বপ্নতো নজানে ৰাঘৱ বিনে।
হেনয় শাস্তী নাহি ত্রিভুবনে ॥৯৭৩
বাহু তুলি বোলোঁ শুনা সমাজে।
কৰোহোঁ শপত সীতাৰ কাজে ॥
কোটি জন্মে কৈলো ধৰ্ম্ম যতেক।
ইজন্মৰো তপ ব্ৰত প্ৰত্যেক ॥৯৭৪
সব নষ্ট মোৰ হৌক এখন।
সীতা যে দোষী হোৱে অনুমান ॥
তপৰ বলে ভূত ভবিষ্যত।
জানোহোঁ আৰ নাহি ত্ৰৈলক্যত ॥৯৭৫

সীতা সব শান্তী ত্ৰৈলক্যে নাই।
কহিলোঁ ৰাঘৱ তোমাৰ ঠাই ॥
যিলাগে পৰীক্ষা কৰিয়ো কাজ।
শুনি জয় জয় কৰে সমাজ ॥৯৭৬
ৰাঘৱে বোলন্ত ঋষিক মাতি।
মইতো জানোঁ সীতা শান্তী আতি ॥
তথাপি দুৰ্জ্জনে কুবাদ গায়।
আৰে তাৰ মুখে পৰিল ছাই ॥৯৭৭
জগতে জানিল সীতা যিমত।
লক্ষেক পৰীক্ষা তযু শপত ॥
এতেকে সীতা সম্বৰিলোঁ আমি।
এহি বুলি পাছে ৰাঘৱ স্বামী ॥৯৭৮
কাঞ্চন আসন দিলন্ত পাৰি।
বসিলা বাল্মীকি ঋষিৰ শাৰী ॥
পাছে জানকীক ৰামে চাহিলা।
অৱস্থা দেখিয়া মূৰ্চ্ছিত ভৈলা ॥৯৭৯
পৰে নয়নৰ লোতক ঝৰি।
বস্ত্ৰৰ অঞ্চলে মোচন্ত ধৰি ॥
ৰামৰ শোকত সবে কান্দন্ত।
কতোক্ষণে প্ৰভু সুস্থ ভৈলন্ত ॥৯৮০

---

কুবাদ—কুৰটনা, অপবাদ

সীতাক স্নেহে ভৰত চাইল ।
সুবৰ্ণ আসন পাৰি দিয়াইল ॥
তিনিযো দেৱৰে অশেষ বুলিলা ।
নবসন্ত সীতা ক্ৰোধে জ্বলিলা ॥৯৮১
কৌশল্যা প্ৰমুখ্যে শান্ত বোলন্ত ।
কাহাকো মাথা তুলি নচাহন্ত ॥
অপমানে যেন হৃদি বিদাৰে ।
বহে নয়নৰ লোতক ধাৰে ॥৯৮২
সীতাৰ ক্ৰোধক দেখি অপাৰ ।
ভয়ে প্ৰভু ৰামে নচান্ত আৰ ॥
পাছে সীতা দিয়া ৰামক পিঠি ।
এৰি লাজ কৰি সভাক দৃষ্টি ॥৯৮৩
কহিবে লাগিলা ৰামৰ গুণ ।
ৰামৰ কাহিনী শুনা নিপুণ ॥
তাহান চৰণে যাহাৰ কাম ।
সঘনে ডাকি বোলা ৰাম ৰাম ॥৯৮৪

ঘোষা ॥ ৰাঘৱ জানকী এক পৰাণ ।
নৰ-নাটে ভৈলা দুয়ো দুই থান ॥

পদ ।

বুলিবে লৈলা সীতা সমাজক ।
কথা শুনি দোষ দিয়ো আমাক ॥
পঠাইল বাপে ঘন বনবাস ।
আহানে লগতে বৈলোঁ নিবাস ।৯৮৫
একেশ্বৰে নিল ৰাৱণে হৰি ।
ইহাঙ্কে চিন্তিয়া নগৈলোঁ মৰি ॥
পাছে ৰাৱণাক মাৰি আনিলা ।
অগ্নিত পেলাই পৰীক্ষা দিলা ॥৯৮৬
বাপ স্বৰ্গে আসি কৈলা বুজাই ।
তেবেসে আমাক দিলন্ত ঠাই ॥
এক চিত্তে আমি কৰিলোঁ সেৱ ।
স্বামী বিনে আন নজানোঁ দেৱ ॥৯৮৭
তথাপিতো তান তুষ্ট নভৈল ।
চলে বলে নিয়া অৰণ্যে থৈল ॥
এৰিব যেবে দেখি ৰামে মোক ।
মাৰিবে চাহিলা দুই গুটি পোক ।৯৮৮

সবেয়ো বোলা ৰাম ভাল ভাল।
মোহোৰ মনে ৰাম যম কাল ॥
ৰামক চাই কোপে পকাই আখি।
বোলন্ত এৰিলা কি দোষ দেখি ॥৯৮৯
এৰিবা যেবে সম্বৰিলা কিক।
মাৰিলোহোঁ হই লঙ্কাতে দেহক ॥
তুমি সম কেহোঁ নাহি দাৰুণ।
সুসুমৰা এক দিবস গুণ ॥৯৯০
আৰ কিক লাগি আনাইছাহা।
পোৱা ঘাত যেন খাৱক ঘঁহা ॥
বন মানুষত কিসৰ কাজ।
আনিয়া দেখোৱা সভাৰ মাজ ॥৯৯১
এভো তুষ্ট নাহি তোমাৰ মনে।
হাতে খাণ্ডা ধৰি নাকাকাটা কেনে ॥
আৰো তযু ঘৰে ঘৰী নহৈবো।
তিনিয়ো জগতে কুখ্যাতি থৈবো ॥৯৯২
জনক ৰাজাৰ মই জীয়াৰী।
অজ নন্দনৰ মুক্ষ বোহাৰী ॥
তুমি ৰাম ৰাজা মোহোৰ স্বামী।
তোমাৰো একে পটেশ্বৰী আমি ॥৯৯৩

---

সম্বৰিলা—সামৰিলা ; চপাই ললা।
দাৰুণ—নির্দ্দয়।

ইহান্তো আমাৰ হেন বিলাই ।
এহি বুলি শোকে কান্দন্ত আই ॥
লোকৰ নাই সন্তাপৰ পাৰ ।
বাঢ়ন্তেসে যাই শোক সীতাৰ ॥৯৯৪
নোহ্লায় শোক-শেল জানকীৰ ।
কোপে অপমানে মুহিকে থিৰ ॥
গুনাই বোলন্ত মনৰ দুখ ।
আৱৰ নচাহো ৰামৰ মুখ ॥৯৯৫
ভূমিক কাতৰ কৰে সীতাই ।
জন্মিলোঁ তোমাত তুমি হে আই ॥
আউৰ মুশুনোহোঁ ৰামৰ নাও ।
ফাট দিয়া ভূমি তোতে লুকাওঁ ॥৯৯৬
যেবে শাস্ত্রী পুণ্য আছোহোঁ ৰাখি ।
চন্দ্র সূর্য্য দেৱ হুইবাহা সাখী ॥
তেবে ঝাণ্টে মাৰ দিয়োক বাট ।
গুছোক মোহোৰ দুখ ললাট । ৯৯৭
দিলা তিনি ডাক ৰাম বল্লভা ।
তল বল কৰি কাম্পয় সভা ॥
ছাট কৰে ভূমি দিলেক ফাট ।
উঠলিল এক সুবৰ্ণৰ খাট ॥৯৯৮

---

ঝাণ্টে—বেগেতে । আকলে বিকলে—অস্থিৰ হৈ ।

অন্ধক মুনিৰ পুত্ৰ সিন্ধু নাম ভৈলা।
সন্ধ্যাকালে সৰযূ-জলক লাগি গৈলা॥
গৰঙ্গ ভৰন্তে শব্দ কুল কুল ভৈল।
ৰাজা বোলে গজে পানী পীয়ে মনে লৈল॥৪৮
তেতিক্ষণে শব্দভেদী প্ৰহাৰ কৰিল।
মুনি তনয়ৰ গৈয়া হৃদয়ে পৰিল॥
হা, মৰিলোহোঁ বুলি আৰ্ত্তৰাৱ কৰি।
মূৰ্চ্ছা গৈয়া পৰিলন্ত জলৰ উপৰি॥৪৯
লাগিলেক বাণ ৰাজা পাইলন্ত উমান।
শীঘ্ৰ বেগে খেদিয়া গৈলন্ত সেহি থান॥
দেখিলা ব্ৰাহ্মণ-পুত্ৰ পৰিছে জলত।
উভ ফোল কৰি শৰ আছে হৃদয়ত॥৫০
হা, কি কৰিলোঁ পাপী অধোগতি গৈলোঁ।
সূৰ্য্য বংশী ৰাজা হুয়া ব্ৰাহ্মণ বধিলোঁ।
আপোনাক ধিক্কাৰ কৰন্ত নৰপতি।
কতো বেলি মুনি-পুত্ৰ পাইলন্ত চকতি॥৫১
ৰাজাক দেখিয়া দুঃখে বুলিলন্ত বাণী।
কোন শত্ৰু কিসক মাৰিলা শৰ হানি॥
ৰাজা বোলে অজ্ঞানত কৰিলোঁ প্ৰহাৰ।
শাপি ভস্ম কৰি কৰা নৰক উদ্ধাৰ॥৫২
বিপ্ৰে বোলে তোক শাপি হৈবে কিবা মোৰ।
অন্ধক পিতৃৰ শাপে দুঃখ পাইবি ঘোৰ॥

ধৰিছে চাৰি কন্ধা চাৰি ভিতি।
দেখি সমাজৰ ভৈল বিচূৰ্ত্তি ॥
পাছে পৃথিবীৰ সাদৰ দেখি।
উঠিলা সীতা মুছি মুখ আখি ॥৯৯৯
ব্ৰহ্মাদি দেৱক কৰিয়া নতি।
সমস্ত ঋষিক কৰি প্ৰণতি ॥
নমি কৌশল্যাক বোলন্ত বাণী
সম্পিলো দুগুটি পুত্ৰ গোসাঁনী ॥১০০০
দুখীয়া পুতাইক পালিয়ো ভালে।
যি ভৈল গোসাঁনী মোৰ কপালে ॥
আমাত স্বামীৰ সঞ্জাত নাই।
পুত্ৰ বুলিবন্ত কমন দাই ॥১০০১
লৱক কুশক গলত বান্ধি।
আকলে বিকলে আছিলা কান্দি ॥
বোলন্ত পালিবে নপাইলো দুইক।
দৈবে দণ্ডিলেক জানিবি মোক ॥১০০২
কন্দল নকৰি দুগুটি ভাই।
একত্ৰে বঞ্চিবি কাল গোৱাই ॥
পৰিচ্ছেদা মোক চায়োক ভালে।
কুলক্ষিণী সীতা চলোঁ পাতালে। ১০০৩

---

সঞ্জাত—সজ্ঞাত, বিশ্বাস। গোৱাই—কটাই।

এহি বুলি চিত্ত দৃঢ় কৰিয়া ।
স্বামীৰ পাৱত নমিলা গৈয়া ॥
হৃদয ক্ষেদত বুলিলোঁ যিবা
বোলন্ত ইদোষ সব ক্ষেমিবা ।১০০৪
এবে প্ৰভু বাক্য ভুঞ্জিয়ো ভালে ।
কৰিলো মেলানি চলোঁ পাতালে ॥
এহি বুলি খাটে উঠিল যাই ।
ব্যাকুলে সমস্তে আছন্ত চাই ॥১০০৫
মেঘত যেহেন চন্দ্ৰ লুকাইলা ।
তিলেকতে সীতা পাতালে গৈলা ॥
কহয় অনন্তে ৰাম কাহিনী ।
হৰি হৰি বোলা সমস্ত প্ৰাণী ॥১০০৬

---

জন্মেদং বাৰ্থতং নিত্যং ভবভোগোপভোগিণাং ।
কাঁচ মূল্যেন বিক্ৰীতোহন্তচিন্তামণিৰ্ম্যথা ॥

ঘোষ ॥ ৰাম ৰাঘৱ ভকত বান্ধৱ
ৰাঘৱ ৰঘুনন্দন ।
সীতাৰ বিৰহে স্ত্ৰীসঙ্গে দুখ
দেখায়া কৈলা ক্ৰন্দন ॥

দুলড়ী ।

সীতা যে পাতালে গৈলন্ত ৰাঘৱ
দেখিয়া বিহ্বল ভৈলা ।
শোকে অন্ধকাৰ দেখি ৰঘুপতি
সিংহাসনে মূৰ্চ্ছা গৈলা ॥

পিতৃক সাৱটি লৱ-কুশে কান্দে
আৰ্ত্তৰাৱ আতি কৰি ।
সীতাৰ সন্তাপে সমস্ত সমাজে
কান্দন্ত পৰি বাগৰি ॥১০০৭

ক্ষেণেকে চেতন পায়া ৰঘুনাথে
নেদেখি সীতা সভাত ।
ইহাতে আছিলি বুলি প্ৰাণেশ্বৰী
বুলাৱন্ত প্ৰভু হাত ।

বোলন্ত লখাই শীঘ্ৰে লাগ লণ্ড
কোনেবা হৰিলে সীতা ।
বুকে ঘাৱ মাৰি কোনে নিলে হৰি
বিচাৰিয়ো চতুৰ্ভিতা ॥১০০৮

বাপু হনুমন্ত লঙ্কাত বিচাৰ
ৰাৱণে নিলেক হৰি ।
তোহোৰ নিমিত্তে পূৰ্ব্বতো লভিলোঁ
সীতা শাধ্বী প্ৰাণেশ্বৰী ॥

শুনিয়ো সুগ্ৰীৱ আমাত কহিয়ো
সীতা কোন লৈয়া গৈল ।
আবেসে জানিলোঁ হৰি হৰি বান্ধে
মোৰ আশা ছেদ ভৈল ॥১০০৯

হা প্ৰাণেশ্বৰী জনক জীয়াৰী
গৈলি মোক পৰিহৰি।
পাছে পৃথিবীক কাতৰ কৰন্ত
প্ৰভু কৰযোৰ কৰি॥

শুনিয়ো পৃথিবী সীতাৰ সম্বন্ধে
তোমাৰ আমি জোঁৱাই।
মোত ৰোষে সীতা তযু পাশে গৈল
দিয়োক পুনু পঠাই॥১০১০

এহি মতে বহু কাতৰ কৰন্ত
নেদন্ত ভূমি উত্তৰ।
ক্ৰোধ কৰি পাছে ৰাঘৱ মুৰাৰী
ধৰিলন্ত ধনু শৰ॥

হাওৰে দুৰ্জ্জনী পৃথিবী অজ্ঞানী
পাইলি দেখোঁ বৰ লাই।
সীতা নিলে শাশু কিসৰ সম্বন্ধে
তোহোৰ মই জোঁৱাই॥১০১১

ঘোৰ শৰ মাৰি তোহোক বিদাৰি
আনিবো সীতা তুলিয়া।
জীবি যেবে দেস এখনে সীতাক
আপোন মান্য ৰাখিয়া॥

এহি মতে শৰ ভিৰিয়া গৰ্জ্জন্ত
কম্পি গৈল চৰাচৰ।
দেখি ব্ৰহ্মাদেৱে আগ ভেটিলন্ত
তেখনে আসি হুঙ্কাৰ ॥১০১২

এৰা এৰা ক্ৰোধ ব্ৰহ্মায়ে বোলন্ত
শুনিয়োক ৰঘুপতি।
সমস্ত জগত তোমাৰ স্ৰজনা
তুমি ভকতৰ গতি ॥

তুমি নতোহন্তে ৰামায়ণ হৈছে
ক্ৰোধ কৰা কি কাৰণ।
ব্ৰহ্মাৰ আদেশে ধনু-শৰ থৈলা
ব্ৰহ্মা গৈলা নিজ স্থান ॥১০১৩

ৰামে লৱ কুশ গলত বান্ধিয়া
বসিলন্ত সিংহাসনে।
জানকীৰ শোক সন্তাপ সুগুছে
ফোকাৰন্ত ঘনে ঘনে ॥

হা সীতা সীতা বোলন্ত সদাখ
লোতকৰ নাহি ছেদ।
পাতালৰ পৰা নিকলিল বাণী
ৰাঘৱৰ জানি খেদ ॥১০১৪

ইটো অৱতাৰে নপাইবা সীতাক
পালিয়ো দুই তনয় ।
পৰম আনন্দে আছন্ত জানকী
পাতালবাসী পূজয় ॥

বাল্মীকিৰ কৃত্য ৰামায়ণ শুনি
পাইবা তাৰ পৰিচ্ছেদ ।
তুমি নতোহন্তে ৰামায়ণ হৈছে
কিসক কৰিয়ো খেদ ॥১০১৫

শুনি ৰামচন্দ্রে ঋষিক বোলন্ত
শুনিবো কালি বৃত্তান্ত ।
লৱৰ কুশৰ হাতত ধৰিয়া
সভা-ভাঙ্গি উঠিলন্ত ॥

দুগুটি পুত্রক গলত বান্ধিয়া
কৰিলা নিশি শয়ন ।
সীতাৰ সন্তাপে নিদ্রা নপাইলন্ত
কৰন্ত মাত্র ক্রন্দন ॥১০১৬

প্রভাতে উঠিয়া সভাত বসিয়া
শুনিলা পাছ কথাক ।
সনাপত কৰি শুনিবে চাহান্তে
বাল্মীকি দিলন্ত হাক ॥

অনন্তৰে ৰামে যজ্ঞ সাঙ্গ কৰি
দিলা বস্ত্ৰ-অলঙ্কাৰ ।
হাৰা মৰকত সুবৰ্ণ ৰজত
বিলাইলা প্ৰভু অপাৰ ॥১০১৭
সমস্ত প্ৰজাক অদৰিদ্ৰ কৈলা
অশ্বমেধ যজ্ঞ কৰি ।
লৱক কুশক গলে বান্ধি পুনু
আসিলা অযোধ্যা পুৰি ॥
অনন্ত বদতি নমো ৰঘুপতি
তযু পদ অনুপাম ।
ৰৌক মোৰ মতি সমাজে সম্প্ৰতি
ডাকি বোলা ৰাম ৰাম ॥১০১৮

---

ঘোষা ॥ প্ৰণামোঁ ৰাঘৱ ৰাম
প্ৰণামোঁ ৰাঘৱ ৰাম
প্ৰণামোঁ ৰাঘৱ ৰাম হৰি ।
ইটো সংসাৰত ভাল
নাহি কাৰো চিৰকাল
দেখাইলা মনুষ্য নাট কাৰ ॥

ছবি ।

সীতাৰ সন্তাপে প্ৰভু নযাৱন্ত গৃহ হন্তে
সদায় মুগুছে হৃদি-খেদ ।
হা সীতা বান্ধে বুলি ফোকাৰন্ত সৰ্ব্বক্ষণে
নেত্ৰৰ লোতক নাহি ছেদ ॥

এহি মতে কত কাল আছন্ত ৰাঘৱ প্ৰভু
কৌশল্যা প্ৰমুক্ষে মাতৃ যত।
বলৱন্ত কাল-দেৱে সংহাৰিলা, মৰি মৰি
উঠিলন্ত স্বৰ্গ ভুৱনত ॥১০১৯

অনন্তৰে যুদ্ধাদিত্যে বাৰ্ত্তা কহি পঠাইলন্ত
সন্ধ্যাৱ যে গন্ধৰ্ব্বৰ ৰাজা।
তিনি কোটি সৈন্য লৈয়া থাকি সিন্ধু নদীতীৰে
পীড়য় সমস্ত দেশ প্ৰজা ॥

তাক মাৰি সেহি স্থানে ৰাজ্য পাতিয়োক বুলি
ৰামে পঠাইলন্ত ভৰতক।
তক্ষক পুস্কৰ দুই তনয়ক লগে লৈয়া
কত দিনে পাইলা মথুৰাক ॥১০২০

সসৈন্যে ভৰত গৈলা যুদ্ধাদিত্য লাগ লৈলা
ভাগিনে মাতুলে এক হুয়া।
তিনি কোটি গন্ধৰ্ব্বক সংহৰি নিঃশেষ কৰি
দুয়ো পাৰে নগৰী পাতিয়া ॥

তক্ষক পুস্কৰ দুই পুত্ৰক থাপিয়া তাতে
আছিলন্ত কত দিন মান।
পুনৰ্ব্বাৰ অযোধ্যাক আসিয়া সমস্ত কথা
কহিলন্ত ৰাম বিদ্যমান ॥১০২১

শুনিয়া আনন্দ ভৈলা পাছে বুলিবাক লৈলা
শ্ৰীৰঘুনাথ কৃপাময় ।
চন্দ্ৰকেতু, অঙ্গদক লক্ষ্মণৰ পুত্ৰ দুইক
কৈত থান দিবো কহা ভাই ॥

ভৰতে কহিলা কাজ মল্লভূমি ভাল ৰাজ
আৰো কৈলা শিখৰ ভূমিক ।
ভৰত লক্ষ্মণ দুইকো পঠাই দিলন্ত ৰামে
লগে নিলা দুই তনয়ক ।।১০২২

ৰামৰ আদেশে গৈয়া দুয়ো বীৰে সিস্থানত
দুইখান নগৰ নিৰ্ম্মিলা ।
দুই নগৰীত দুই পুত্ৰক থাপিয়া ভালে
পুনু ৰাম পাশে আসি ভৈলা ॥

ৰামত কহিলা কাজ শুনি পাছে ৰঘুৰাজ
আনন্দ লভিলা বহুতৰ ।
পাছে শত্ৰুঘ্নক মাতি বুলিলা ৰাঘৱ প্ৰভু
লগে লৈয়ো দুগুটি কুমৰ ॥১০২৩

চতুৰঙ্গ দলে বাপু শীঘ্ৰ কৰি চলি যাহা
মথুৰা যে নগৰক প্ৰতি ।
লৱণ অসুৰ মাৰি দুই পুত্ৰ থাপিয়োক
মোৰ বাক্য ৰাখিয়ো সম্প্ৰতি ॥

হেন শুনি শত্রুঘণে  বামক প্রণামি গৈলা
সমদলে সাজি মথুৰাক ।
দুৰ্ঘোৰ সংগ্ৰাম কৰি  লৱণ অসুৰ মাৰি
থাপিলন্ত দুই কুমৰক ॥১০২৪

বিভাগিয়া ৰাজ্য যত  দিয়া দুই কুমৰক
বৈলা ৰাম আজ্ঞা বাট চাই ।
শুনিয়োক সাধু যত  দেখিয়োক সংসাৰত
ৰাম বিনে আন গতি নাই ॥

এতেকে অৱজ্ঞা কাকো  কৰিবে উচিত নহে
শুনা কৃষ্ণ দাসৰ চৰিত্ৰ ।
যশ চন্দ্ৰথা যে ভুঞা  আছিলা প্ৰখ্যাত বৰ
সদায় ধৰ্ম্মত যাৰ চিত ॥১০২৫

তাহান কনিষ্ঠ ভাই  সুকৰি যে গিৰি নামে
খ্যাতি তান পুত্ৰ যদু হয় ।
শঙ্কৰৰ ভাতৃ পৌত্ৰী  নামে বিষ্ণুপ্ৰিয়া শান্তী
বিহাইলন্ত যদু শুভনয় ॥

তান গৰ্ভে ভৈলোজাত  মুহিকোহো আমি খ্যাত
পৰম মুৰখ মূঢ়মতি ।
তথাপিতো ইটো কাজ  কৰাইলন্ত ৰঘুৰাজ
ক্ষমিয়োক সমাজে সম্প্ৰতি ॥১০২৬

শ্ৰীফল বনত আছে অন্ধ দুই জন।
সত্বৰ কৰিয়া মোক নিয়োক এখন ॥৫৩
মহা শোকে দুখে ৰাজা শৰ কাঢ়িলন্ত।
ৰাম ৰাম বুলি বিপ্ৰে প্ৰাণ ছাড়িলন্ত॥
কান্ধত লৈলন্ত ব্ৰাহ্মণৰ শৱ তুলি।
শ্ৰীফল বনক ৰাজা গৈলা দুঃখে চলি ॥৫৪
কতো বেলি পাইলা গৈয়া অন্ধকৰ পাশ।
সিন্ধু সিন্ধু বুলি দুয়ো দিলেক আটাস॥
এত বেলি কিসক বিলম্ব কৰ বাপ।
তোহোৰ বিলম্বে বহু লভিলোঁ সন্তাপ॥৫৫
কোল চাপ আসি বাপু হৃদয়ক জুৰক।
গলে ধৰি দুহস্তক চুম্বন দিয়োক॥
এহিমতে নানা বাক্য বোলন্তে আছন্ত।
শুনি নৃপতিৰ শোক ভৈল অপৰ্য্যন্ত ॥৫৬
ভয়ে গৰ্ব্ব গলিল আছন্ত মৌন ধৰি।
কতোক্ষণে মাতিলন্ত অল্প অল্প কৰি॥
তৱ পুত্ৰ বধী মই জানা মুনিবৰ।
দশৰথ ৰাজা শব্দভেদী পাপী ঘোৰ॥৫৭
শব্দ অনুসাৰে পশু মাৰোঁ অৰণ্যত।
তৱ পুত্ৰে পানী ভৰে শুনিলোঁ দূৰত॥
গজে পানী খায় বুলি কৰিলোঁ প্ৰহাৰ।
অজ্ঞানত মাৰিলোহোঁ তোমাৰ কুমাৰ ॥৫৮

নমো নমো প্ৰভুৰাম পূৰিয়োক মন কাম
মই অধমৰ তুমি গতি।
লম্পট ভ্ৰমৰ মন যেন ৰহে সৰ্ব্বক্ষণ
তযু পাদ-পদ্মত সম্প্ৰতি ॥
মোৰ মুখে অবিশ্ৰাম ৰৌক তযু গুণনাম
সৎসঙ্গ-স্তম্ভত বান্ধা মোক।
এহিমানে দিয়ো বাপ দূৰ হৌক সৰ্ব্বতাপ
ৰাম ৰাম সবে বুলিয়োক ।১০২৭

---

ঘোষা ॥ ৰাঘৱ পৰম ঈশ্বৰ হৰি।
যাইবে মন ভৈল বৈকুণ্ঠ পুৰী ॥

পদ।

শত্ৰুঘণ মথুৰাত ৰহিল।
শুনিয়ো অযোধ্যাত যেন ভৈল ॥
উৎপাত অনেক মিলিল তয় ॥
দেখি সৰ্ব্বজনে ভৈলেক ভয় ॥১০২৮

---

তয়—তাত।

অযোধ্যাত দুই চন্দ্র জ্বলয় ।
সঘনে মেঘে তেজ বৰিষয় ॥
নির্ঘাট ভূমি কম্পাই ঘনে ।
নাহি সুখ দেখি ৰামৰ মনে ॥১০২৯
সিবেলা ব্রহ্মাদি দেৱে পঠাইলা ।
ৰামৰ পাশক কাল আসিলা ॥
লক্ষ্মণক পাই বুলিলা বাণী ।
সুৰভি নামে ঋষি মহামানী ॥১০৩০
আসিয়া আছে ৰাঘৱৰ ঠাই ।
আছয় কিছু কার্য্য অভিপ্রায় ॥
কহিলা লক্ষ্মণে ৰামত যাই ।
নিয়াইলা ৰাঘৱে আপোন ঠাই ॥১০৩১
দেখিয়া পূজিলা ৰামে উঠিয়া ।
পাদ্যে অর্ঘ্যে বহু ভাগ্য জানিয়া ॥
ৰাঘৱে বোলন্ত শুনিয়ো ঋষি ।
কহিয়ো কি কার্য্য সাধোঁ হৰিষি ॥১০৩২
ঋষি বোলে তুমি আমি এখন ।
আলাপ কৰন্তে দেখে যিজন ॥
সিজন যদি তযু বধ্য হয় ।
তেবেসে কহিবো গোপ্য নির্ণয় ॥১০৩৩

---

নির্ঘাট—ভয়ঙ্কৰ, গভীৰ শব্দ ।

শুনি ৰামে সত্য কৰিলা বাণী।
বোলন্ত কাটিবো দেখোঁ যি প্ৰাণী ॥
এহি বুলি দ্বাৰে লখাইক থৈলা।
কালে সমে গোপ্য কহিবে লৈলা ॥১০৩৪
বোলন্ত ঋষি নহোঁ মই কাল।
পঠাইয়া আছে দশ দিগপাল ॥
বোলন্ত ব্ৰহ্মা আদি দেৱগণে।
কহিয়োক গৈয়া ৰামৰ চৰণে ॥১০৩৫
যি কাৰণে প্ৰভু ৰাম গৈলন্ত।
দেৱৰ কাৰ্য্য সব সাধিলন্ত ॥
ৰাৱণক মাৰি হৰিলা ভাৰ।
কি কাৰ্য্যে থাকিবাক লাগে আৰ ॥১০৩৬
সত্বৰ কৰি প্ৰভু আসন্তোক।
এহি বাক্য বুলি পঠাইলা মোক ॥
ৰাঘৱে বোলন্ত শুনিয়ো কাল।
যি কথা কহিলা সকলে ভাল ॥১০৩৭
কিন্তু দুই পুত্ৰ থাপিয়া থৈবো।
তেৱেসে বৈকুণ্ঠক চলি যাইবো ॥
ব্ৰহ্মাৰ আগত কৈবা হৰিষি।
এহি কথা মাতে আছন্ত বসি ॥১০৩৮

---

কথা মাতে—আলাপে।

সেহিবেলা আইলা দুর্ব্বাশা ঋষি।
সঙ্গত অযুত শিষ্য ঋষি ॥
লক্ষ্মণক দেখি মাতন্ত খঙ্গে।
দেখিয়া লক্ষ্মণে নমিলা ৰঙ্গে ॥১০৩৯
বো'ন্ত শুনৰে লক্ষ্মণ বাণী।
ৰাম আগে কহ মোৰ কাহিনী ॥
শুনিয়া লক্ষ্মণে বোলে বচন।
ইবেলা ৰামক দেখে যি জন ॥ ০৪০
সেহি জন বধ্য জানা ৰামৰ।
জানিয়া ক্ষণেক তন্তা মুনিবৰ ॥
শুনি মুনি খঙ্গে দিলা উত্তৰ।
একলে মৰিবি শুন বৰ্ব্বৰ ॥১০৪১
মোৰ শাপে বংশ হৈবেক নাশ।
জানি শীঘ্রে চল ৰামৰ পাশ ॥
শুনি লক্ষ্মণৰ গৰ্ব্ব গ'লিল।
বোলে হৰি হৰি মৃত্যু মিলিল ॥১০৪২
মনে গুণি বো'লে বংশ ৰহোক।
মোহোৰ গতি যেন লাগে হৌক ॥
হেনয় বুলি ৰাম পাশ পাইল।
দেখিয়া ৰামৰ চুৰ্তি হৰিল ॥১০৪৩

---

তন্তা—ৰোৰা, অপেক্ষা কৰা।

আথে বেথে কাল দিল পঠাই।
কিসক আসিলি বুলি লখাই ॥
নিঢালে পৰিয়া মূৰ্চ্ছা গৈলন্ত।
দেখিয়া লক্ষ্মণে ধৰি বোলন্ত ॥১০৪৪
এৰিয়ো ইশোক পাইবাহা পাছে।
দুৰ্ব্বাশা ৰাক্ষস দ্বাৰত আছে ॥
তাহাক যি লাগে প্ৰবোধ দিয়া।
শুনিয়া ৰাঘৱে শোক তম্ভায়া ॥১০৪৫
গৈলন্ত যথাত ঋষি আছয়।
বোলন্ত প্ৰণামি কি আজ্ঞা হয় ॥
কহে মূঢ়মতি অনন্ত নাম।
সমস্ত লোকে বোলা ৰাম ৰাম ॥১০৪৬

---

ঘোষা ॥ প্ৰাণ ভাই লখাই তেজিয়া
কৈক যাস।
তোহোৰ সন্তাপে বাপ্প ভৈলোঁ
সৰ্ব্বনাশ ॥

পদ।

ৰাঘৱৰ বিনয়ত দুৰ্ব্বাশা হৰিষ।
দশন প্ৰকটি হাঁসি দিলন্ত আশীষ ॥

---

তম্ভায়া—সম্বৰণ কৰি। প্ৰকটি—মেলি।

বোলন্ত শুনিয়ো ৰঘুনাথ সুবিনীত।
তযু ঘৰে অন্ন ভুঞ্জিবাক আছে চিত ॥১০৪৭
সিহেতু আসিয়া আছোঁ শিষ্য সমন্বিত।
ভুঞ্জায়ো আমাক দিব্য তুমি পঞ্চামৃত ॥
শুনিয়া ৰাঘৱে তেতিক্ষণে অন্নপান।
সাজি আনি দিলা দিব্য পিঠা পৰমান ॥১০৪৮
দেখি ঋষি আনন্দে ভুঞ্জিয়া শিষ্য সমে।
আশীর্ব্বাদ দিয়া গৈলা আপোন আশ্রমে ॥
অনন্তৰে ৰাঘৱে দেখিয়া লক্ষ্মণক।
অঙ্গীকাৰ স্মৰি আতি দেখন্ত যমক।১০৪৯
ভেদিল হৃদয় লক্ষ্মণৰ শোক শেলে।
হা লখাই বুলি প্ৰভু পৰিলা নিচালে ॥
দেখি লক্ষ্মণৰ শোকে শৰীৰ দগধ।
আছিলা ক্ষণেক তম্ভি নয়ন তবধ ॥১০৫০
ৰামক সাৰটি পাছে চিত্ত দৃঢ় কৰি।
বোলন্ত উঠিয়ো দদা শোক পৰিহৰি ॥
সত্বৰে সত্যক ৰাখি কাটিয়োক মোক।
ক্ষত্ৰিয়ৰ এহি মোক্ষ ধৰ্ম্ম জানিয়োক ॥১০৫১
মোহোৰ ললাটে লেখা আছে এহি সাৰ।
উপজিলে মৰিবাক লাগে একবাৰ ॥
মোহোৰ লিখিত জানি শোক এৰিয়োক।
সত্য ৰক্ষা কৰি দদা মোক কাটিয়োক ॥১০৫২

লক্ষ্মণৰ প্ৰবোধ শুনিয়া ৰঘুপতি।
নিশ্বাস ফোকাৰি উঠি বসিল সম্প্ৰতি ॥
সব সমাজক চাই বুলিলা বচন।
ধৰ্ম্ম সঙ্কটত মোক কৰিয়ো ৰক্ষণ ॥১ ৫৩
শপথ কৰিলোঁ মই কালৰ বচনে।
হেন বেলা গৈয়া মোক দেখিলা লক্ষ্মণে ॥
বশিষ্ঠ প্ৰমুক্ষে যত আছা মহাজন।
কহা অগ্নি খাওঁ কিবা কাটিবো লক্ষ্মণ ॥১০৫৪
শুনি সবে বোলন্ত মনত গুণি গান্থি।
সন্তাপত কাহাৰো নাহিকে সুখ শান্তি ॥
আৰ লক্ষ্মণত প্ৰভু আশা এৰিয়োক।
তুমি সত্য এৰা যেবে নষ্ট হুইবে লোক ॥১০৫৫
এতেকে লখাইক প্ৰভু কাটিবে নলাগে।
বধ বুলি মহন্তৰ জানা পৰিত্যাগে ॥
এতেকে লখাই প্ৰভু এৰিয়োক জানি।
তেবেসে তোমাৰে ইটো ৰহে সত্য বাণী ॥১০৫৬
সবাৰো সম্মত শুনি কৌশল্যা নন্দন।
গলে ধৰি লক্ষ্মণৰ কৰন্ত ক্ৰন্দন ॥
দুখৰ সহায় ভৰী হৰুবাওঁ তোক।
এতেকে জানিলোঁ কালে গ্ৰাসিলেক মোক ॥১০৫৭

---

নিশ্বাস ফোকাৰি—হুমুনিয়াহ কাঢ়ি।

এহি বুলি বিস্তৰ কান্দিলা ৰঘুৰায় ।
সঙ্খেপ পদত তাক দিবে মুযুৰায় ॥
কতক্ষণ লক্ষ্মণ ৰামক প্ৰবোধিলা ।
গদ গদ ভাৱে প্ৰভু বচন বুলিলা ।১০৫৮
এবিলোঁ লক্ষ্মণ তোক যথা মন চল ।
এহি বুলি পৰি প্ৰভু ভৈলন্ত বিহ্বল ॥
লক্ষ্মণে জানিলা মোক ৰামে তেজিলন্ত ।
প্ৰদক্ষিণে ৰামৰ চৰণে নমিলন্ত ॥১০৫৯
কান্দি কান্দি বুলিলন্ত ভৰতক ধৰি ।
দদাক চাহিয়ো মোক চিন্তা পৰিহৰি ॥
এহি বুলি অধোমুখে মলিন বদনে ।
অযোধ্যাৰ হন্তে বাজ ভৈলন্ত লক্ষ্মণে ॥১০৬০
অযোধ্যাত ক্ৰন্দন উঠিল উৰ্দ্ধ্ব ৰোল ।
হা লখমণ শব্দে পাইল স্বৰ্গ-কোল ॥
লক্ষ্মণে উজায় সৰযূৰ তীৰে তীৰ ।
মূৰ্দ্ধাস্ফুট কৰি পাছে তেজিল শৰীৰ ॥১০৬১
পাইলা দিব্য ৰূপ কোটি সূৰ্য্যৰ জেউতি ।
নিলা আগবাঢ়ি দেৱগণ সুৰপতি ॥
লক্ষ্মণৰ কথা এহি মানে উপসাম ।
সমস্ত সমাজে ডাকি বোলা ৰাম ৰাম ॥১০৬২

---

উপসাম—শেষ ।

হৰেৰ্ণামৈব নামৈব নামৈব মম জীবনম্ ।
কলৌ নাস্ত্যেব নাস্ত্যেব গতিৰন্যথা ॥

ঘোষা—পৰম ঈশ্বৰ প্ৰভু দেৱ ৰঘুপতি ।
ভ্ৰাতৃশোক দেখাইয়া কৰিলা স্বৰ্গে গতি ॥

পদ ।

কতোক্ষণে উঠি পাছে কৌশল্যা নন্দন ।
লক্ষ্মণক নেদেখিয়া কৰন্ত ক্ৰন্দন ॥
বোলন্ত তেজিয়া গেলি লক্ষ্মণ ভৈয়াই ।
তোহোৰ সন্তাপে কেন প্ৰাণক ন যায় ॥১০৬৩
পিতৃ-মাতৃ সীতাৰ শোকক সম্বৰিলো ।
তোহোৰ সন্তাপে বাপু সমূলি মৰিলো ॥
পিতৃত মাতৃত কৰি মোত অনুৰাগ ।
বনবাসে গৈলো তাতো নচাৰিলি লাগ ॥১০৬৪
প্ৰাণতো অধিক মোৰ লক্ষ্মণ ভৈয়াই ।
তোক তেজি মোৰ জীৱনত কাজ নাই ॥
এহি বুলি মক মক কান্দি ৰঘুৰায় ।
বোলন্ত ৰাজ্যাক লৈয়ো ভৰত ভৈয়াই ॥১০৬৫
আৰ নথাকোহোঁ বাপ ইটো নৰ-লোক ।
দেৱগণে স্বৰ্গক যাইবাক বোলে মোক ॥

---

সম্বৰিলো—সহিলো ।        মকমক—হুকহুক ।

শুনিয়া বিস্তৰ কান্দি বুলিলা ভৰতে।
কিসক ঘাটক বাণী বোলাহা ইমতে ॥১০৬৬
তযু পাদ-পদ্ম এৰি তিলেকো নিজীবো ॥
সত্যে সত্যে কৈলোঁ দদা তযু সঙ্গে যাইবো ॥
ৰাঘৱ স্বৰ্গক যান্ত সৱে বাৰ্ত্তা পাইল।
দণ্ডৱতে পৰি প্ৰজা কাৰুণ্যে কান্দিল ॥১০৬৭
তোমাক তেজিয়া আমি নিজীবো ঈশ্বৰ।
যথা যাহা তথা যাইবো তযু অনুচৰ ॥
পাত্ৰ মন্ত্ৰী সবে বোলে তযু শোকে মৰোঁ।
নিয়োক লগত প্ৰভু চৰণত ধৰোঁ ॥১০৬৮
হেন শুনি সবাকো মাতিলা ৰঘুপতি।
পশু-পক্ষী যত আছে পিম্পৰা প্ৰভৃতি ॥
আমাক আশ্ৰয় কৰি আছা অযোধ্যাত।
মোৰ লগে যাইবা যেবে ওলোৱা সাক্ষাত ॥১০৬৯
ৰাঘৱৰ হেন বাক্য শুনি প্ৰজা যত।
জয় ৰাম বুলি স'ব নাচে আনন্দত ॥
ধন-ধান আছে মানে ব্ৰাহ্মণক দেয়।
বস্ত্ৰ-অলঙ্কাৰ পিন্ধি হৰিষে ওলায় ॥১০৭০
লক্ষ্মণৰ শোকে ৰাম সুস্থ নভৈলন্ত।
লৱক-কুশক ৰাজ্য বিভাগি দিলন্ত ॥

---

ঘাটক—মাৰক, অতি কষ্টদায়ক।

শাপি ভস্ম কৰি মোক কৰিয়োক হিত ।
হেন শুনি দুয়ো পৰিলন্ত পৃথিবীত ॥
পুত্ৰৰ শৱক ধৰি কান্দিলা অপাৰ ।৫৯
আবেসে জানিলোঁ ভৈল মৰণ আমাৰ ॥
পাছে কতক্ষণ কান্দি কান্দি দুয়োজন ।
নৃপতিক সম্মুখিয়া বুলিলা বচন ॥৫৯
আমি যেনে মৰোঁ পুত্ৰ-শোকে দুই প্ৰাণী ।
তয়ো পুত্ৰ-শোকে মৰ শুনৰে অজ্ঞানী ॥৬০
শাপ শুনি কিঞ্চিত আনন্দ নৃপবৰ ।
কৰযোৰে দুহস্তক দিলন্ত উত্তৰ ॥
অপুত্ৰক কেনে শোক হৈবেক আমাৰ ।
কেন মতে ঋষি-শাপ ঘটিব তোমাৰ ॥৬১
হেন শুনি বাক্য বুলিলন্ত মহামতি ।
ঋষ্যশৃঙ্গ আনি যজ্ঞ কৰিবি সম্প্ৰতি ।
তান্ত হন্তে বিষ্ণু আসি হৈব অৱতাৰ ।
সেই পুত্ৰ-শোকে মৃত্যু হৈবেক তোমাৰ ॥৬২
এহি বুলি দুয়োজনে তেজিলন্ত প্ৰাণ ।
হৰিষে বিষাদে ৰাজা গৈলা নিজ থান ।
কতো কাল দশৰথ আছে ৰাজ্য কৰি ।
অসুৰে জিনিয়া লৈল দেৱতাৰ পুৰি ।।৬৩
নাহিকে ৰক্ষাৰ থান দেখি দেৱগণ ।
অজনন্দনত আসি পশিল শৰণ ।।

কুশাৱতী আশ্ৰৱতী পাতিয়া নগৰ ।
দুই নগৰত দুই থৈলা ৰঘুৱৰ ॥১০৭১
দুহাঙ্কো গলত বান্ধি কান্দিলা ৰাঘব ।
অল্পতে মাউৰা ভৈলি তেজি গৈল মাৱ ॥
কৰিবাক নপাইলোহোঁ মই প্ৰতিপাল ।
হৰি হৰি বিধি কিনো অভাগ্য কপাল ॥১০৭২
দুইৰো দুই কুটুম্ব আৱৰ আন নাই ।
দ্বন্দ্ব বাদ নকৰিবা দুই গুটি ভাই ॥
আবে দুই পুতাই পৰিছেদা দেহ মোক ।
তোমাসাক এৰি মই যাওঁ পৰলোক ॥১০৭৩
এতেক বোলন্তে শোক অগনি উধাৱে ।
গলা-গলি কৰি কান্দে তিনি বাপ পোৱে ॥
বশিষ্ঠৰ বোলে প্ৰভু সঙ্কুক্ষণ ভৈলা ।
থুৰাহৰ মস্তে শত্ৰুঘণক আনাইলা ॥১০৭৪
তাহানো গলত ধৰি কান্দিলা বিস্তৰ ।
লথাইৰ বৃত্তান্ত যত কৈলা নিৰন্তৰ ॥
ময়ো স্বৰ্গে যাওঁ বাপ থাক শত্ৰুঘণ ।
শুনি শত্ৰুঘণে কান্দি বুলিলা বচন ॥১০৭৫
তিলেকো নিজীবো দদা এৰিয়া তোমাক ।
যদি স্নেহ আছে লগে নিয়োক আমাক ॥
শুনি ৰামে বুলিলন্ত তোৰ যেনে মন ।
ৰাম ৰাম বুলিয়োক সভাসদগণ ॥১০৭৬

ঘোষা ॥ জয়ৰাম ৰাঘৱ ৰাঘৱ ৰামজয় ।
বৈকুণ্ঠক যাইবে সাজ ভৈলা
কৃপাময় ॥

পদ

বান্দৰ ভালুক যত আছে নিৰন্তৰ ।
সবেয়ো জানিল স্বৰ্গে যান্ত ৰঘুৱৰ ॥
জাম্বুৱন্ত সুগ্ৰীৱ বিভীষণ হনুমন্ত ।
নল, নীল প্ৰমুক্ষে বান্দৰ অপৰ্য্যন্ত ॥১০৭৭
চতুৰ্ভিতি বেঢ়ি আসি পৰিয়া কান্দয় ।
তিলেকো নিজীবো তুমি বিনে কৃপাময় ॥
এতেকে তোমাৰ সঙ্গে নিয়োক আমাক ।
যৈতে থাকা তৈতে সেৱা কৰিবো তোমাক ॥১০৭৮
শুনি সমস্তকে আশ্বাসিলা ৰঘুবৰে ।
যিসবে আমাক নেৰা যাইবা নিৰন্তৰে ॥
এত থাকে যিসব ভালুক কপিলোক ।
মনুষ্যৰ ভাষে আৰ কেহো নোবোলক ॥১০৭৯
আশ্বাসিয়া থৈলা বিভীষণ জাম্বুৱক ।
পাছে প্ৰবোধিলা প্ৰভু বায়ু তনয়ক ॥
তোৰ ঋণ লাগি ৰৈল মোত হনুমান ।
সুজিবাক নপাৰিলোঁ এক তিলমান ॥১০৮০

মোত তোৰ সদা দৃঢ় ভকতি থাকোক।
এহি মানে বোলোঁ বাপ নকৰিবি শোক ॥
হনুৰ গলত ধৰি প্ৰভু কান্দিলন্ত।
প্ৰলয় পৰ্য্যন্তে হনুমস্তক থৈলন্ত ॥১০৮১
যাত্ৰা কৰি প্ৰভু পাছে কুশ হস্তে লৈলা।
বাল্য বৃদ্ধ প্ৰজা যত আসি লাগ ভৈলা ॥
লক্ষ্মণৰ খোজে খোজে প্ৰভু লড়িলন্ত।
সৰযূৰ তীৰে তীৰে উজাই যান্ত ॥১০৮২
কহিত আছাস বাপু লক্ষ্মণ ভৈয়াই।
এহি বুলি কান্দি কান্দি যান্ত গেড়িয়াই ॥
কত দূৰে দেখন্ত লক্ষ্মণ বসি আছে।
পাইলোঁ পাইলো বুলিয়া লৰড় দিলা পাছে ॥১০৮৩
কিসক নমতা মোৰ প্ৰাণৰ ভৈয়াই।
এহি বুলি সাৱটি ধৰিলা ৰঘুৰায় ॥
দেখন্ত শৰীৰে জীৱ নাই মৰা শৱ।
সেহি মতে পৰি মূৰ্চ্ছা গৈলন্ত ৰাঘৱ ॥১০৮৪
চেতন লভিয়া বহু কান্দিলা মূৰাৰি।
সংক্ষেপ পদত তাক কহিতে নাপাৰি ॥
বশিষ্টৰ প্ৰবোধে জুড়াইল ৰঘুপতি।
লখাইৰ দহা কাজ কৰিলা সম্প্ৰতি ॥১০৮৫

---

দহা-কাজ দহা-শুদ্ধি।

পাছে বশিষ্ঠক মাতি বুলিলা বচন।
স্বর্গে চৰোঁ মাঙ্গল্য কৰিয়ো বিপ্রগণ ॥
শুনি ধূপ দীপ পূর্ণ কুম্ভ থাপিলন্ত।
প্রভু ৰামে সৰযূত স্নান কৰিলন্ত ॥১০৮৬
ধৌত বস্ত্র পিন্ধি শুদ্ধ ভৈলা মোহ ছাৰি।
ব্রহ্মাদি ত্রিদশ দেৱ আইলা আগ বাঢ়ি ॥
বাদ্য ভণ্ড নৃত্য কৰে জয় ৰাম ধ্বনি।
অসংখ্য বিমান ৰৈল আকাশক চানি ॥১০৮৭
সবেয়ো বোলয় প্রভু নিয়া তযু থান।
ৰাঘৱে ব্রহ্মাক পাছে দিলা সন্নিধান ॥
শুনিয়োক সর্ব্বলোক তেজি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥১০৮৮

---

ঘোষা ॥ জয়তি ৰাঘৱ ৰঘুনন্দন।
লগতে নিলা যত প্রজাগ৽

পদ।

ব্রহ্মাক বোলন্ত ৰাঘৱে চাই।
যতেক প্রজা মোৰ জীৱ প্রায় ॥
মোতে আশা কৰি আছয় আসি।
জানিয়া স্থান দিয়ো অবিনাশি। ১০৮৯

---

চানি—জুৰি।

শুনি ব্ৰহ্মাদেৱে হাঁসি বোলন্ত ।
সাৰ্থক কৃপাময় ভগৱন্ত ॥
তুমি বিনে আন কোনে উদ্ধাৰে ।
পাপী তাপী সব যায় নিৰন্তৰে ।।১০৯০
এহি তীৰ্থজলে কৰোক স্নান ।
সব লোকে আৰোহক বিমান ॥
ব্ৰহ্মাৰ বচন শুনি ৰাঘৱ ।
বুলিলা সবাকো কৰি উৎসৱ ॥১০৯১
এহি তীৰ্থ জলে স্নান কৰিয়া ।
সমস্ত প্ৰজা ৰথে চৰা গৈয়া ॥
তোমৰা আগ হুয়ো এতিক্ষণ ।
পাচতেসে আমি কৰোঁ গমন ॥১০৯২
হেন শুনি প্ৰজা যত আছয় ।
আনন্দে তীৰ্থত স্নান কৰয় ॥
বুৰ দিলা মাত্ৰে চোঞ্চ এৰিয়া ।
দিব্য ৰূপে ৰথে উঠয় গৈয়া ॥১০৯৩
পশু পক্ষী বৃক্ষ যত আছিল ।
এহি মতে যেবে সবে উঠিল ॥
তেবেসে প্ৰভু ৰাম ভগৱন্ত ।
দুভাইকো লৈয়া জলে নামিলন্ত ॥১০৯৪

---

চোঞ্চ—বাহ, আবৰণ ।

তযু পাদে মোৰ ৰতি ৰহোক।
এহি মানে প্ৰভু বৰ দিয়োক ॥১১০০
তোমাৰ একান্ত সাধুৰ সঙ্গ।
দিয়া প্ৰভু আশা নকৰি ভঙ্গ ॥
শুনিয়ো আৰে সভাসদগণ।
যি কালে ইটো পদ উতপন।।১১০১
অশ্ব মুনি বাণ চন্দ্ৰ শকত।
আঘ্ৰাণ দ্বিতীয়া শুক্ল পক্ষত ॥
শ্ৰীৰাম কীৰ্ত্তন ভৈল উপসাম।
অনন্তে কহে বোলা ৰাম ৰাম ॥১১০২

---

"দেব হৰি দেব-কাজ সাধি মৰতত।
ৰাৱণক মাৰি ৰাজ অৰ্পিলা ভক্তত ॥
কীৰ্ত্তি-স্তম্ভ ৰূপে ৰাখি ভক্ত দুই জন।
চিত্ৰকূট-হিমাদ্ৰিত হনু-বিভীষণ ॥
সংসাৰ-লীলাৰ সাজ সংসাৰত থই।
ব্ৰহ্ম-মূৰ্ত্তি ধৰি প্ৰভু গল স্বৰ্গ লই ॥"

বোহি—ৰঘুবংশ।

অন্ত।

ইন্দ্রে আসি নৃপতিক নিলন্ত সাদৰি ।
দশৰথো স্বৰ্গক গৈলন্ত ধনু ধৰি ॥৬৪
গন্ধৰ্ব্ব বাণক ৰাজা কৰিয়া প্ৰহাৰ ।
অনেক দিৱসে দৈত্য কৰিলা সংহাৰ ॥
নিদ্ৰা-ভোগ তেজি ৰাজা ৰাখিলা দেৱক ।
পাছে কতো দিন দুঃখে আসিলা ৰাজ্যক ॥৬৫
দুখে মুখ ম্লান সবে শ্ৰীহানি ভৈলা ।
দেখিয়া কৈকেয়ী সেৱা কৰিবাক লৈলা ॥
শ্ৰীৰাম চৰিত্ৰ শুনিয়োক সৰ্ব্বলোক ।
অনন্তে বোলয় ৰাম ৰাম ঘুষিয়োক ॥৬৬

———

## ঘোষা ॥ প্ৰণামোঁ ৰাঘৱ ৰঘুনন্দন ।
## তোমাৰ চৰণে লৈলোঁ শৰণ ।

### পদ ।

কৈকেয়ীৰ সেৱা বলে আতিশয় ।
সন্তোষ হুয়া দশৰথ ৰায় ॥
বুলিবে লাগিলা কৈকেয়ীক মাতি ।
সৱাতে শ্ৰেষ্ঠা তুমি প্ৰিয়া আতি ॥৬৭
এতেকে তোমাৰ মনৰ কাম ।
পূৰিবো বৰ লয়ো অভিৰাম ॥

শুনিয়া কৈকেয়ী বোলয় বাণী।
স্নেহৰ প্ৰিয়া যদি তব্ব আমি ॥৬৮
তুমি মাত্ৰ সত্য নেৰিবা স্বামী।
যেখন লাগে বৰ লৈবো আমি ॥
ৰাজায়ো ভাল ভাল বুলি বৈল।
শুনিয়ো তাত পাচে যেন ভৈল ॥৬৯
জল সাগৰেসে ৰাজ্যৰ সীমা।
কি কৈবো ৰাজাৰ মহা মহিমা ॥
ইন্দ্ৰেয়ো যাক থাকে চাটুকৰি।
আনন্দে আছন্ত নিজ নগৰী ॥৭০
সপ্তম সহস্ৰ বৎসৰ গৈল।
তথাপি ৰাজাৰ পুত্ৰ নভৈল ॥
সভাৰ মধ্যে একদিন ৰায়।
বশিষ্ঠাদি সৱে পাত্ৰেক চাই ॥৭১
কহিবে লৈলা কথা দুঃখ কৰি।
শুনিয়া সবে আছে মৌন ধৰি ॥
বোলন্ত শুনিয়ো পাত্ৰ সমাজ।
এতেক কাল ভুঞ্জো মই ৰাজ ॥৭২
সমস্ত আয়ু মোৰ বহি গৈল।
তথাপিতো আসি পুত্ৰ নভৈল ॥
পিতৃদেৱ পূজা কৰোহোঁ যত।
অপবিত্ৰ বুলি কেহোঁ নলন্ত ॥৭৩

এতেকে পিতৃদের ঋণ যত।
সুজন নগৈল মোৰ মনত॥
ইটো ৰাজ্য ভাৰ ঐশ্বৰ্য্য যত।
জানিবাহা সুখ নেদে মনত॥৭৪
এবে শুনিয়োক পাত্র সমাজ।
যিমতে পুত্ৰ পাওঁ কৰোঁ কাজ॥
অন্ধক মুনি দিলে শাপ ঘোৰ।
পুত্র-শোকে মৃত্যু মিলোক তোৰ॥৭৫
বুলিলোঁ মই শুনা মুনিৰাজ।
কিমতে পুত্র হৈবে কহা কাজ॥
বুলিলা বিভাণ্ডকা-পুত্র আনি।
কৰিবা যজ্ঞ তুমি মহামানী॥৭৬
তেবে চাৰি ৰূপে বিষ্ণু সাক্ষাত।
তোমাৰ গৃহে আসি হৈব জাত॥
সিহেতু ঋষ্যশৃঙ্গ কৈত আছে॥
শুনিয়া সুমন্ত্র বুলিলা পাছে॥৭৭
শুনিয়ো সমস্ত পৃথিবী স্বামী।
তাহান কথা সবে জানো আমি॥
বঙ্গ দেশে ৰোম পাদ নৃপতি।
আপুনি কৰিছা সখি সম্প্ৰতি॥৭৮
পূৰ্ব্বত শান্তা নামে কন্যা খানি।
দিয়াছা যাক তুমি মহা মানী॥

তাহান ৰাজ্যে নাই বৰিষণ ।
কহিলা তাস্ত পাছে বিপ্ৰগণ ॥৭৯
যি ৰাজ্যত ঋষ্যশৃঙ্গ থাকন্ত ।
সি ৰাজ্যে মেঘে সদা বৰিষন্ত ॥
জানিয়া ৰাজা বুদ্ধি কৰিয়োক ।
নৃজানে যেন তাঙ্ক আনিয়োক ॥৮০
জানিলে কদাচিতো নাসিৱন্ত ।
হেন শুনি ৰাজা মনে গুণন্ত ॥
কিমতে আনো বিভাণ্ডক সুত ।
কৰিলা পাছে হেন অদভূত ॥৮১
নৌকায় সবে কৰিলন্ত যান ।
উপৰে ৰচিলন্ত যানখান ॥
তাহাৰ উপৰে বৃক্ষ কইলন্ত ।
পিষ্টক মোদক লাড়ু থৈলন্ত ॥৮২
সুন্দৰীগণক বুলিলা বাণী ।
ভুলায় ঋষ্যশৃঙ্গ দিয়ো আনি ।
পুৰুষ বিনে নাৰী নজানন্ত ।
জগত মুনি মনে মানিলন্ত ॥৮৩
এতেকে ভাণ্ডি ভুণ্ডি আনিলন্ত ।
আনিয়া শান্তাক বিহা দিলন্ত ॥
আজিয়ো আছন্ত তাহান ঘৰে ।
যেবে লাগে তাঙ্ক আনা সম্বৰে ॥৮৪

শুনিয়া মন্ত্ৰীক প্ৰশংসি ৰাজা ।
বোলন্ত যাইবে সাজ হৌক প্ৰজা ॥
তেখনে গজ-বাজী সাঁজিলন্ত ।
সসৈন্যে অঙ্গদেশে আসিলন্ত ॥৮৫
দেখিয়া ৰোম পাদ নৃপবৰ ।
আসিলা দশৰথ নৃপবৰ ॥
বাদ্যে ভণ্ডে আগ বাঢ়িয়া ৰায় ।
নমিলন্ত দশৰথৰ পায় ॥৮৬
অনেক সৎকাৰে আনিলা ঘৰে ।
সসৈন্যে পূজিলন্ত নৰেশ্বৰে ॥
পাছে ঋষ্যশৃঙ্গ-শান্তাক লৈলা ।
দশৰথ নিজ গৃহক গৈলা ॥৮৭
শুনা সভাসদ কৃষ্ণৰ কথা ।
মনুষ্য জনম নকৰা বৃথা ॥
শ্ৰীৰামকীৰ্ত্তন ইহাৰ নাম ।
অনন্তে কহে বোলা ৰাম ৰাম ॥৮৮

---

ভাণ্ডি ভুণ্ডি—ভাড়ি-ভুড়ি, ছল কৰি, ভুকুকাই ।

ঘোষা ॥

হৰি ৰাম ৰামচন্দ্ৰ ৰাম ভদ্ৰ হৰি ।
তুমি সে ঈশ্বৰ ভকতৰ ভয়হাৰী ॥

যি কালত দশৰথে যজ্ঞ আৰম্ভিলা ।
তাতো আগে শুনা যেন এক কথা ভৈলা ॥
দশগ্ৰীৱ ৰাৱণ যে মহা দুষ্টশীল ।
তিনিয়ো ভুৱন সিটো নিশ্ৰীক কৰিল ॥৮৯
যাৰ যত ঐশ্বৰ্য্য সমস্তে লৈল কাঢ়ি ।
দশ দিগপালগণ পলাইলন্ত ডৰি ।
যতেক সুন্দৰী সিটো পাইলে ত্ৰিভুৱনে ।
সমস্ত নিলেক কাঢ়ি দুৰ্জ্জয় ৰাৱণে ॥৯০
পিতৃ-দেৱতাৰ পূজা যতেক কৰয় ।
সমস্তকে বলে কাঢ়ি আপুনি ভুঞ্জয় ॥
তিনিয়ো ভুৱনে ৰণ ফুৰে কুণ্ডুৱাই ।
ইন্দ্ৰ আদি দেৱৰো পূৰিত ঠাই নাই ॥৯১
সিহেতু একত্ৰ হুয়া দেৱ নিৰন্তৰে ।
কৃষ্ণক চিন্তিবে লৈলা ক্ষিৰোদধি তীৰে ॥
নমো মহা পুৰুষ পৰম মহেশ্বৰ ।
তোমাৰ কিঙ্কৰ আমি দেৱ নিৰন্তৰ ॥৯২

---

কণ্ডুৱাই—লগাই, খুজি ।

তুমি পিতৃ-মাতৃ বন্ধু-বান্ধৱ আমাৰ।
হুয়োক প্ৰসন্ন প্ৰভু খণ্ডায়ো নিকাৰ॥
দেৱতাৰ স্তুতিত প্ৰসন্ন চক্ৰপাণি।
তাসম্বাক চাই স্নেহে বুলিলন্ত বাণী॥৯৩
কোনে তোমাসাৰ তেজ হৰিল সকল।
শুনিয়ো দেৱতা সব দেৱ অখণ্ডল॥
কিসক কৰিলা স্তুতি কহিয়ো এখন।
শুনি বৃহস্পতি নমি বুলিলা বচন॥৯৪
শুনিয়োক ভকত বৎসল দেৱ হৰি।
দশগ্ৰীৱ হেতু ৰাজ্যে ৰহিতে নপাৰি॥
তুমি তাক যেবে প্ৰভু নকৰা সংহাৰ।
তেবে নষ্ট ভৈল সৃষ্টি সমস্ত সংসাৰ॥৯৫
হেন শুনি হাঁসি মাতিলন্ত নাৰায়ণ।
আগে গৈয়া বান্দৰত জন্মা দেৱগণ॥
ময়ো চাৰি ৰূপে হৈবো দশৰথ ঘৰে।
জনকৰ ঘৰে লক্ষ্মী চলিয়ো সত্বৰে॥৯৬
এহি বুলি অন্তৰ্ধ্যান ভৈলা নাৰায়ণ।
দেৱগণো বান্দৰত ভৈলা উতপন॥
দশৰথ ৰাজা পাছে যজ্ঞ আৰম্ভিলা।
দেৱ ঋষি ব্ৰহ্ম ঋষি সবহি আসিলা॥৯৭

---

সবহি—সকলোৱে।

যজ্ঞৰ সম্ভাৰ দেখি বিস্ময় মিলিল।
ৰাজ বিধিৱতে সমস্তকে সমৰ্পিল ॥
ব্ৰহ্মা আদি দেৱগণ যতেক আসিলা।
অদ্ভুত পুৰুষ এক কুণ্ডতে উঠিলা ॥৯৮
হাতত পায়স পাত্ৰ ধৰি কাঞ্চনৰ।
চাই আছে দেৱ ঋষিগণ নিৰন্তৰ ॥
ঋষ্যশৃঙ্গ হাতে সমৰ্পিলা সিটো অন্ন।
আদৰ কৰিয়া লৈলা বিভাণ্ড নন্দন ॥৯৯
ঋষ্যশৃঙ্গে দিলা নিয়া দশৰথ হাতে।
নমস্কাৰ কৰি লৈলা পৃথিবীৰ নাথে ॥
পৰম আনন্দে ৰাজা অন্তঃপুৰে নিলা।
ভুঞ্জিয়োক বুলি দুই মহাদৈক দিলা ॥১০০
কৌশল্যা কৈকেয়ী দুই আনন্দিত ভৈলা।
সুবৰ্ণ পাত্ৰত থৈয়া ভুঞ্জিবাক লৈলা ॥
পাছে সেহি বেলা সুমিত্ৰায়ে দেখিলন্ত।
কিবা খাহা বাই বুলি বাক্য পুচিলন্ত ॥১০১
শুনিয়া দুহান্তো অতি স্নেহ ভৈল মনে।
দুয়ো দুই ভাগ কৰি দিলা তেতিক্ষণে ॥
তিনিয়ো আনন্দ কৰি পাছে ভুঞ্জিলন্ত।
ৰাজাৰ ঔৰসে তিনি গৰ্ভ ধৰিলন্ত ॥১০২

---

তে পিণ্ডপ্ৰাশনে কালে সুমিত্ৰায়ৈ মহীপতে।
পিণ্ডাভ্যামল্পমল্পংতু স্বভাগিন্যৈ প্ৰযচ্ছতঃ ॥

দেখি আনন্দিত ভৈল অযোধ্যাৰ প্ৰজা।
আবে পুত্ৰৱন্ত হৈব আমাসাৰ ৰাজা॥
আনন্দতে ৰাজাৰ গৈলেক দিন-ৰাতি।
আবেসে জন্মিব পুত্ৰ দেখিবো সম্প্ৰতি॥১০৩
আজি কালি কৰি যেবে দশ মাস গৈল।
শুভক্ষণে নৃপতিৰ পুত্ৰ উপজিল॥
কৰিলা জন্মক প্ৰদক্ষিণ গ্ৰহগণে।
নৃত্যগীত বাদ্য ভণ্ড ভৈল ত্ৰিভুৱনে॥১০৪
ভৈলা বিষ্ণু-অৱতাৰ দশৰথ ঘৰে।
আনন্দে কৰিলা স্তুতি দেৱ নিৰন্তৰে॥
পুত্ৰ জন্মিবাৰ দেখি দশৰথ ৰায়।
গো, ভূমি, সুৱৰ্ণ দিলন্ত হস্তী, হয়॥১০৫
ব্ৰহ্ম-ভোজ কৰাইলা অনেক সুমঙ্গল।
পাত্ৰ মন্ত্ৰী প্ৰজাৰ মিলিল কৌতূহল॥
মহোৎসৱে বশিষ্ঠাদি বিপ্ৰ অনাইলন্ত।
চাৰিও পুত্ৰৰ জাত কৰ্ম্ম কৰাইলন্ত॥১০৬
বুলিলন্ত ত্ৰিজগতে নাহি কোনো জন।
কৌশল্যাৰ পুত্ৰ সম পুৰুষ শোভন॥
নিজগুণে ৰমিৱন্ত সমস্ত জগত।
সিহেতু শ্ৰীৰাম নাম হৈবেক প্ৰখ্যাত॥১০৭
আনো নাম ৰূপ, গুণ জন্ম অনুসাৰে।
অনন্ত আছয় কোনে গণিবাক পাৰে॥

শ্রী, যশে, মহত্বে, ঐশ্বর্য্যে নৃপবৰ ।
জানিবা কৌশল্যা পুত্ৰ বিষ্ণুসমসৰ ॥১০৮
কৈকেয়ীৰ পুত্ৰ যিটো তান শুনা গুণ ।
সমস্ত লোকক তেহোঁ দেখিব আপোন ॥
অন্ন, পানে, আস্বাদনে সবাকো ভৰিব ।
এতেকে ভৰত নাম সবেয়ো বুলিব ॥১০৯
সুমিত্ৰাৰ কুমৰ যৱঞ্জ যিটো দুই ।
সমস্ত লক্ষণে যুক্ত কেহোঁ সম নুই ॥
জানিবা জ্যেষ্ঠৰ নাম হৈবেক লক্ষ্মণ ।
কনিষ্ঠৰ শত্ৰুঘ্ণ বুলিবে বচন ॥১১০
এহিমতে নাম কৰ্ম্ম কৰি মুনিগণ ।
ৰাজাক বুলিলা পাছে প্ৰশংসা বচন ॥
তোমাৰ গৃহত হৰি ভৈলা অৱতাৰ ।
সন্তক পালিব দুষ্ট, কৰিব সংহাৰ ॥১১১
দেৱ কাৰ্য্য সাধিবন্ত ৰাক্ষসক মাৰি ।
সমস্ত লোককে সুখ দিবন্ত মুৰাৰি ॥
এহিমতে গণতি কৰিয়া মুনিবৰ ।
অনুমতি লৈয়া সবে গৈলা নিজঘৰ ॥১১২
দশৰথে আপোনাৰ ভাগ্য মানিলন্ত ।
আনন্দে অন্তঃপুৰে প্ৰবেশ ভৈলন্ত ॥
যত দেখা ভাৰ্য্যা পুত্ৰ সব অকাৰণ ।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ॥১১৩

অথ মে কৃষতঃ ক্ষেত্ৰং লাঙ্গলাদুখিতা ততঃ।
ক্ষেত্ৰং শোধয়তা লব্ধা নাম্না সীতেতি বিশ্ৰুতা ॥

—অযোধ্যা ১১৮।

## ঘোষা ॥

পতিত পাৱন প্ৰভু নাৰায়ণ
পতিত কৰা উদ্ধাৰ।
তুমি বিনে ৰাম পতিত পাৱন
কোন দেৱ আছে আৰ।

## দুলড়ী।

লক্ষ্মী দেখিলন্ত প্ৰভু ভগৱন্ত
দশৰথ গৃহে গৈলা।
মোৰ জন্মিবাক লাগে মনে গুণি
পৰ্ব্বত শিখৰে বৈলা ॥
সেহি সময়ত ৰাজা দশগ্ৰীৱ
লক্ষ্মীক দেখিলে গৈয়া।
পৰম সুন্দৰী দেখি বলে ধৰি
ৰথত তুলিলে নিয়া ॥১১৪

দেখি ক্রোধ কৰি লক্ষী মহেশ্বৰী
তাহাক বুলিলা বাণী ।
তোৰ বধ হেতু জন্মিবাক যাওঁ
শুনৰে পাপী অজ্ঞানী ॥

এহিবুলি দেৱী অন্তৰ্ধ্যান হৈয়া
পৰিলা সাগৰ জলে ।
শতেক যোজন দ্বীপখণ্ড হৈয়া
ৰহিলন্ত সেহি স্থলে ॥১১৫

জনক নৃপতি যজ্ঞৰ নিমিত্তে
চহাইলা সি ভূমিখণ্ড ।
সুবৰ্ণ লাঙ্গল বাস্তে বিপ্ৰগণে
লভিলন্ত দিব্য অণ্ড ॥

অণ্ডৰ মধ্যত ৰাজা দেখিলন্ত
দিব্য এক কন্যাখান ।
ভুৱন মোহিনী সৰ্ব্ব সুলক্ষণী
সুবৰ্ণ প্ৰতিমা যেন ॥১১৬

আনন্দতে লৈয়া অন্তঃপুৰে গৈয়া
মহাদৈৱ হাতে দিলা ।
দেখি মহাদেই কোলে তুলি লই
আনন্দে তাক তুলিলা ॥

জনক নৃপতি মহোৎসৱে আতি
তাহান দিন গণাইলা ।
লাঙ্গল সিৰলে লভিলা যিহেতু
সীতা নাম তান থৈলা ॥১১৭

দিনে দিনে বালা যেন চন্দ্ৰকলা
বাঢ়ন্ত জনক-ঘৰে ।
পিতৃৰ মাতৃৰ প্ৰাণতো অধিক
স্নেহ আতি সমস্তৰে ॥

এহিমতে যেবে লক্ষ্মী-নাৰায়ণ
বাঢ়ন্ত দুহান ঘৰ ।
সন্ত সমস্তৰ আনন্দ মিলিল
বিষাদ ভৈল দুষ্টৰ ॥১১৮

অনন্তৰে বিশ্বা- মিত্ৰ মহা ঋষি
বিষ্ণুক যজিব মনে ।
অনেক সম্ভাৰ মিলাই ঋষিগণে
আপুনি নিজ আশ্ৰমে ॥

যজ্ঞ আৰম্ভিয়া অগ্নিত আহুতি
কৰন্ত মুনিসকল ।
ঘৃত গন্ধ পায়া মাৰীচ সুবাহু
আসিল ৰাক্ষস বল ॥১১৯

মেঘখণ্ড যেন আকাশে আসিয়া
যজ্ঞভূমি আৱৰিল ।
দেখি মুনিগণে মহা ভয় মনে
তেতিক্ষণে অন্তৰিল ॥

এহিমতে বিশ্বা- মিত্রে মহা যজ্ঞ
বাৰম্বাৰ আৰম্ভয় ।
ঘৃত গন্ধ পাই ৰাক্ষস আসিয়া
তান যজ্ঞ বিনাশয় ॥১২০

কিমতে যজ্ঞক সমাপতি কৰোঁ
মনে গুণি মুনিৰায় ।
সুখ শান্তি নাই তাহান সদায়
পাইলন্ত পাছে উপায় ॥

দশৰথ ঘৰে বিষ্ণু মহেশ্বৰ
অৱতাৰ ধৰিছন্ত ।
সন্তক পালিব দুষ্ট সংহাৰিব
তেন্তে প্ৰভু ভগৱন্ত ॥১২১

এহিমনে গুণি বিশ্বামিত্ৰ মুনি
দশৰথ ঘৰে গৈল ।
দেখি নৃপবৰ পাদ্য অৰ্ঘ্য লৈয়া
মুনিৰ পাৱ অৰ্চ্চিলা ॥

কৃতাঞ্জলি হৈয়া আসনে বসাই
বুলিবে লৈলা নৃপতি ।
তুমি পৰিপূৰ্ণ তোমাৰ কি কৰ্ম্ম
কৰিবো কৈয়ো সম্প্ৰতি ॥১২২
হেন শুনি হাঁসি ঋষিয়ে বোলন্ত
শুনা দশৰথ ৰায় ।
আমাৰ যজ্ঞক ৰাক্ষসে বিধ্বংসে
কৰিবতে শকতি নাই ॥
সিহেতু আমাক শ্ৰীৰাম চন্দ্ৰক
দিয়ো ৰাজা এতিক্ষণ ।
ৰাক্ষস সংহৰি যজ্ঞ সাঙ্গ কৰি
দিবোহু ৰাম-লক্ষ্মণ ॥১২৩
হেন শুনি ৰাজা দশৰথ মাথে
পৰিল যেন নিৰ্ঘাত ।
ভয়-শোক পাইল চেতন হৰিল
মুখত নাহিকে মাত ॥
বশিষ্ঠে আশ্বাস কৰিলা ৰাজাক
প্ৰবোধ বুলিলা মাতি ।
এৰা চিন্তা জ্বৰ শুনা নৃপবৰ
পঠায়োক ৰঘুপতি ॥১২৪

---

নিৰ্ঘাত—বজ্ৰপাত।

ৰাম-লক্ষ্মণক দিয়া ছুই ৰাজা
কিঞ্চিতো নকৰি ভয় ॥
সাক্ষাতে ঈশ্বৰ অৱতাৰ ভৈলা
তযু গৃহে মহাশয় ॥
আনন্দিত মনে ঋষি ছুই ভাইক
শিখাইৱন্ত ধনুৰ্ব্বেদ ।
অবিলম্বে কাৰ্য্য সাধিব ঋষিৰ
নলগায়ো হৃদি খেদ ॥১২৫

শুনা সৰ্ব্বজন ৰামৰ কীৰ্ত্তন
ভক্তিয়ো ৰামৰ পাৱ ।
যত ধন-জন জীৱন-যৌৱন
সকলো সপোন প্ৰায় ।
আগ পাছ কৰি গৈল যমপুৰি
তুমিকি জীবাহে ভাই ।
সত্বৰ কৰিয়া ৰাম ৰাম বুলি
খণ্ডায়ো যমৰ দায় ॥১২৬

---

ঘোষা ॥ ৰাম ৰাম ৰঘুপতি ।

পদ ।

বশিষ্ঠৰ বাক্য মানি ।
দুখে ৰাজা দিলা আনি ॥
নিয়ো ৰাম লখমণ ।
মোহোৰ জীৱন-ধন ॥১২৭
আমাৰ তনয় নয় ।
তোমাৰেসে পুত্ৰ হয় ॥
এহি বুলি নৰনাথে ।
অৰ্পিলন্ত হাতে হাতে ॥১২৮
ঋষি আনন্দিত মন ।
লৈয়া ৰাম-লখমণ ॥
শীঘ্ৰ কৰি লৰি গৈলা ।
সৰযু নদীক পাইলা ॥১২৯
তাতে স্নান কৰাইলন্ত ।
দুয়ো ভাইক বুলিলন্ত ॥
কিবা অস্ত্ৰ-শস্ত্ৰ লৈয়া ।
ৰাক্ষস মাৰিবা গৈয়া ॥১৩০
শুনি পাছে দুয়ো ভাই ।
প্ৰণামি বুলিলা পাৰ ॥
আপুনিয়ে মুনিৰাজ ।
শিখায়ো সমস্ত কাজ ॥১৩১

হেন শুনি বিশ্বামিত্ৰ ।
ভৈলা মহা আনন্দিত ॥
মন্ত্ৰে সমে প্ৰহৰণ ।
শিখাইলন্ত সংহৰণ ॥১৩২
সব ধনুৰ্ব্বেদ পাইলা ।
দুয়ো ভাই ৰঙ্গ ভৈলা ॥
পাছে পথ অনুক্ৰমে ।
চলে ঋষি নিজাশ্ৰমে ॥১৩৩
যি বনে তাৰকা আছে ।
সেই বন পাইলা পাছে ॥
নেদেখি লোকৰ গতি ।
পুচিলন্ত ৰঘুপতি ॥১৩৪
ইটো বন কাৰ হয় ।
লোক কেনে নবহয় ॥
শুনি ঋষি বোলে বাণী ।
কহিবো সকলোখানি ॥১৩৫
তাৰকা ৰাক্ষসী নাম ।
আতে আছে জানা ৰাম ॥
ঘোৰ নিশাচৰী তাই ।
সমস্ত লোকক খায় ॥১৩৬
মাৰিবাক পাৰা যেবে ।
বহু পুণ্য পাবা তেবে ॥

মুনি বুলিলন্ত ৰাম ।
দেখায়োক পূৰ্ণকাম ॥১৩৭
এক গোটা শৰে বধা ।
সব লোক ঋণ শুজা ॥
লক্ষ্মণৰো অনুমতি ।
পায়া পাছে ৰঘুপতি ॥
লৈবে ৰাক্ষসীৰ প্ৰাণ ।
ধৰিলন্ত ধনু-বাণ ॥১৩৮
ধনুৰ টঙ্কাৰ শুনি ।
খেদি আইলা ৰাক্ষসিনী ॥
শুনিয়োক সৰ্ব্বজন ।
পুণ্যকথা ৰামায়ণ ॥১২৯
পূৰিয়ো মনৰ কাম ।
ডাকি বোলা ৰাম ৰাম ॥

---

## ঘোষা ॥

**ৰঘুপতি ভকতিগত পৰম পুৰুষ ভগৱন্ত ।**
**তুমি সে ঈশ্বৰ দেৱ অনাদি অনন্ত ॥**

পদ ।

ৰামে দেখিলন্ত আসিলেক ৰাক্ষসিনী ।
পৰ্ব্বত সদৃশ দেহা কাল মেঘখানি ॥

গুৰুক প্ৰণামি ৰামে শৰ প্ৰহাৰিল ।
ৰাক্ষসীৰ হৃদয়ত সন্ধানে পৰিল ॥১৪০
উভফোল কৰি শৰ পাতালক গৈল ।
তেতিক্ষণে স্নান কৰি তূনে আসি ভৈল ॥
আৰ্ত্তৰাৱ কৰি পৰি গৈল নিশাচৰী ।
স্বৰ্গলোক কম্পিল সমস্ত বসুন্ধৰী ॥১৪১
আনন্দতে সিদ্ধ মুনি দেৱ নিৰন্তৰে ।
জয় জয় ৰাম বুলি কুসুম সিঞ্চৰে ॥
বিশ্বামিত্ৰে ৰাঘৱক আশীষ দিলন্ত ।
পথ অনুক্ৰমে নিজ আশ্ৰম পাইলন্ত ॥১৪২
সমস্ত মুনিক মাতি যজ্ঞ আৰম্ভিলা ।
শ্ৰীৰাম লক্ষণে ধনু ধৰি ৰখি ৰৈলা ॥
ঘৃতৰ আহুতি গন্ধ উথলিয়া গৈল ।
গন্ধ পাই অনেক ৰাক্ষস আসি ভৈল ॥১৪৩
তাৰ সেনাপতি ভৈল মাৰীচ সুবাহু ।
গিলিবাক আসিল চন্দ্ৰক যেন ৰাহু ॥
ঋষিৰ দেখিয়া ভয়ে গৰ্ভ গৈল গলি ।
চেঞ্চাইবাক লৈলা ৰাম লখমণ বুলি ॥১৪৪
তাসম্বাক আশ্বাস কৰিলা দুই ভাই ।
আথে বেথে ধনু শৰ ধৰিলন্ত যাই ॥
কোটি কোটি ৰাক্ষস বধিলা শৰহানি ।
যেন শ্ৰাৱণৰ মেঘে বৰষিল পানী ॥১৪৫

সেনা বধিবাৰ দেখি সুবাহু কিটাল।
আকাশ গমনে দুয়ো ভাইক খেদি আইল ॥
দেখিয়া লক্ষ্মণে ভল্ল শৰ প্ৰহাৰিলা।
বজ্ৰৰ পতনে যেন গিৰি বিদাৰিলা ॥১৪৬
সেহিমতে হৃদয় সৰকিয়া গৈল।
ঘোৰ ৰাৱ ছাৰি নিশাচৰ অন্ত ভৈল ॥
সুবাহু পৰিবে দেখি মাৰীচ ৰাক্ষসে।
অস্ত্ৰ শস্ত্ৰ ধৰিয়া ৰামক খেদি আসে ॥১৪৭
হেন দেখি প্ৰভু ৰামচন্দ্ৰ দেৱ-হৰি।
এক গোটা শৰ প্ৰহাৰিলা দৃঢ় কৰি ॥
হৃদয়ত পৰি তেতিক্ষণে উৰুৱাইল।
পৃথিবী সমুদ্ৰ ছৰাই লঙ্কাত পৰিল ॥১৪৮
হেথ মুণ্ডে পৰি আছে সিটো মূৰ্চ্চা যাই।
ফুঙ্কি ফুঙ্কি জীৱাইল ৰাক্ষসে লাগ পাই ॥
এহিমতে ৰাম দেৱ প্ৰভু লখমণ।
যত পাইল মানে ৰাক্ষসৰ সেনাগণ ॥১৪৯
সমস্তকে শৰ হানি মাৰি পেলাইলন্ত।
বিশ্বামিত্ৰ ঋষিৰ যজ্ঞক কৰাইলন্ত ॥
আনন্দতে বিশ্বামিত্ৰ যজ্ঞ সাঙ্গ কৰি।
সমস্ত ঋষিক পূজা কৰিল সাদৰি ॥১৫০
পূজা পাইয়া মুনি সবে আনন্দিত ভৈলা।
ৰাম-লক্ষ্মণক আশংসিয়া ঘৰে গৈলা ॥

---

আশংসিয়া—প্ৰশংসা কৰি।

বিশ্বামিত্র মনোৰথ পৰিপূৰ্ণ কৰি ।
বুলিবাক লৈলা ঋষি ৰামক সাদৰি ॥১৫১
হে ভগৱন্ত তুমি জনম ৰহিত ।
তথাপিতো সমস্ত প্ৰাণীৰ চিন্তাহিত ॥
নানা লীলা কৰা যুগে যুগে অৱতৰি ।
তোমাৰ চেষ্টাক কোনে বুজিবে মুৰাৰি ॥১৫২
এহিমতে ৰামক বুলিয়া তুতি ঋষি ।
মনে মনে আলোচন্ত কাৰ্য্য বিমৰিষি ॥
মোৰ মনোৰথ পুৰিলন্ত শ্ৰীৰাম ।
মই এবে আন কিবা সাধিবোহোঁ কাম ॥১ ৩
জনকৰ ঘৰে লক্ষ্মী জনম ভৈলন্ত ।
শুনি আছোঁ তেহেঁ সয়ম্বৰ পাতিছন্ত ॥
ইহাঙ্ক তথাক নিওঁ মিলোক উৎসাহ ।
দেখিলে জনকে আঙ্ক দিবন্ত বিবাহ ॥১৫৪
এহি গুণি ৰামক বুলিলা পুনৰ্ব্বাৰ ।
শুনিয়োক প্ৰভু ৰাম বচন আমাৰ ॥
জনকৰ ঘৰে কন্যা ভৈল উতপন ।
তাহান সদৃশ কন্যা নাই ত্ৰিভুৱন ॥১৫৫
তাহাঙ্ক বিবাহ দিবে জনক নৃপতি ।
ৰাজাগণ মিলাই আছে সয়ম্বৰ পাতি ॥

---

চেষ্টা— দৃষ্টি, কটাক্ষ ।

পূৰ্ব্বত মহেশে ধনুখণ্ড পেলায় গৈলা ।
আকাশত থাকি পাছে বচন বুলিলা ॥১৫৬
এহি ধনু যিটো জনে ভাঙ্গিবাক পাৰে ।
তাহাঙ্ক বিবাহ দিবা কন্যা সাৰে সাৰে ॥
আচোক ভাঙ্গিব ৰাজাগণ নিৰন্তৰে ।
কাহাৰো শকতি গুণ লগাইতে নপাৰে ॥১৫৭
ভুবন মোহিনী কন্যা শুনা ৰঘুপতি ।
সেহি ধনু ভাঙ্গি কন্যা বিহায়ো সম্প্ৰতি ॥
হেন শুনি হাঁসি মাতিলন্ত ৰঘুপতি ।
তোমাসাৰ বাক্য আবে কৰিবো সম্প্ৰতি ॥
শুনিয়োক সৰ্ব্বজন এক মন কৰি ।
অনন্ত বদতি ডাকি বোলা ৰাম হৰি ॥১৫৮

---

## ঘোষা ॥ ৰাম হৰি নাৰায়ণ ॥

পদ ।

শুনিয়োক ঋষি মহাৰায় ।
পিতৃ দিয়াছন্ত তযু ঠাই ॥
যি কাৰ্য্যে তোমাৰ তোষ হয় ।
তাক আমি কৰিতে লাগয় ॥১৫৯

---

তোষ—আনন্দ ।

সিহেতু চলিয়ো মিথিলাক।
কেন ঠান ধনু দেখো তাক ॥
এহি বুলি ঋষিৰ সঙ্গত।
চলি দুয়ো যান্ত আনন্দত ॥১৬০
কতক্ষণে যান্ত পথ ক্রমে।
গৌতমৰ পাইলন্ত আশ্রমে ॥
তান পত্নী অহল্যা সুন্দৰী।
শিলা হুয়া আছে তৈত পৰি ॥১৬১
দেখি ঋষি বুলিলা বচন।
শুনিয়োক ৰঘুৰ নন্দন ॥
এহি শিলাখণ্ডে পাৱ দিয়ো।
অহল্যাক শাপ তাৰিয়ো ॥১৬২
শুনি প্রভু চৰণ চুৱাইল।
অহল্যাক তেখনে তাৰিল ॥
দেখি ৰামে পুচিলা কাহিনি।
ঋষিয়ো কহিলা সব খানি ॥১৬৩
যেন মতে ইন্দ্রে হৰিলন্ত।
গৌতমৰ শাপক পাইলন্ত ॥
পাছে পাইলা মিথিলা নগৰী।
যৈত ৰাজা সভা আছে কৰি ॥১৬৪
দেখি মিথিলাৰ অধিপতি।
ঋষিৰ চৰণে কৰে নতি ॥

বহু সতকাৰে পূজিলন্ত ।
কৰযোৰে বাক্য বুলিলন্ত ॥১৬৫
আজি মোৰ জনম সম্ফল ।
দেখিলোহোঁ চৰণ যুগল ॥
তুমি পৰিপূৰ্ণ মুনিৰাজ ।
আদেসিয়ো সাধো কোন কাজ ॥১৬৬
ত্ৰৈলক্য মোহন দুইজন ।
কাৰ পুত্ৰ, কয়ো প্ৰয়োজন ॥
আসিয়াছা আমাৰ থানক ।
কহিযোক সমস্ত কাৰ্য্যক ॥১৬৭
শুনি ঋষি বুলিলন্ত হাঁসি ।
শুনা নৃপবৰ মহা যশী ॥
জগতৰ যিটো মহেশ্বৰ ।
তেন্তে এন্তে জানা নৃপবৰ ॥১৬৮
সন্তজন কৰিব পালন ।
দুষ্টক কৰিব সংহাৰণ ॥
সিকাৰণে দশৰথ ঘৰে ।
অৱতাৰ ভৈলা মহেশ্বৰে ॥১৬৯
সুবাহু ৰাক্ষস মাৰিলন্ত ।
তাৰকাৰ প্ৰাণ চৰাইলন্ত ॥
আমাৰ যজ্ঞক কৰাইলন্ত ।
সমস্ত ৰাক্ষস মাৰিলন্ত ॥১৭০



হরধনুর্ভঙ্গ।　　K M P

পদ্মনেত্র দূৰ্ব্বাদল শ্যাম ।
আক্ষে জানা বোলয় শ্ৰীৰাম ॥
কন্দৰ্প সদৃশ সুশোভন ।
আন নাম জানিকা লক্ষ্মণ ॥১৭১
আসিছন্ত দুয়ো মহেশ্বৰে ।
লক্ষ্মী জন্মি আছে তযু ঘৰে ॥
সিকাৰণে দিয়োক বিবাহ ।
জগতৰ মিলোক উৎসাহ ॥
এহি বুলি মৌন ভৈলা ঋষি ।
ৰাম ৰাম ঘুষিয়ো হৰিষি ॥১৭২

---

ঘোষা॥ হৰি ৰাম ৰাম গোবিন্দ ৰাম ৰাম।
ভকতবৎসল প্ৰভু গুণে অনুপম ॥

পদ

ঋষিৰ বচন শুনি জনক নৃপতি ।
বোলন্ত মিলিল মোৰ কিনো ভাগ্য আতি ॥
যাহাৰ চৰণ চিন্তে মহা যোগেশ্বৰ ।
হেন প্ৰভু সাক্ষাতে আসিলা মোৰ ঘৰ ॥১৭৩
কিনো ভাগ্য কিনো ভাগ্য কিনো ভাগ্য মোৰ ।
জানিলোহোঁ নিস্তৰিলোঁ সংসাৰ দুৰ্ঘোৰ ॥

দেৱঋষি পিতৃৰ সুজিলোঁ সব ধাৰ ।
জগত ঈশ্বৰ প্ৰভু গৃহত আমাৰ ॥১৭৪
এহিমতে মনে ভাগ্য মানিলা বিস্তৰ ।
ঋষিক চাহিয়া পাছে বুলিলা উত্তৰ ॥
শুনা মুনিৰাজ মোৰ যেন অভিপ্ৰায় ।
জীউৰ উচিত এন্তে হৱন্ত জামাই ॥১৭৫
কিন্তু এক অঙ্গীকাৰ কৰিছোঁ দুৰ্ঘোৰ ।
মহেশৰ ধনুত লগাবে যিটো জোৰ ॥
তান্ত বিহা দিবো কন্যা জগত মোহন ;
কোনো ৰাজা তাত দিবে নপ্পাৰিল গুণ ॥১৭৬
এহে পুনু লাৱণ্য মধুৰ সুকুমাৰ ।
কিমতে দিৱন্ত গুণ মিছা অঙ্গীকাৰ ॥
অঙ্গীকাৰ ছান্তে আৰু সাঙ্গ হব ৰায় ।
কোন বুদ্ধি কৰোঁ মুনি নপাওঁ উপায় ॥১৭৭
হেন শুনি হাঁসি ঋষি দিলন্ত উত্তৰ ।
ইকাৰ্য্যক চিন্তা নকৰিবা নৰেশ্বৰ ॥
কোন বস্তু ৰামৰ আগত ধনুখান ।
বলৰ বীৰ্য্যৰ যাৰ নজানি প্ৰমাণ ॥১৭৮
নিমিষে লগাব গুণ ৰাম মহেশ্বৰ ।
চাই থাকা পৰম আনন্দে নৃপবৰ ॥
পাছে বিশ্বামিত্ৰে চাই ৰামক বোলন্ত ।
শুনিয়োক প্ৰভুদেৱ ৰাম ভগৱন্ত ॥১৭৯

ধনু-গুণ জুৰি সীতা বিহা কৰিয়োক ।
এহি মহা ৰঙ্গ প্ৰভু দেখায়োক মোক ॥
গুৰুৰ বচন শুনি ৰঘুৰ নন্দন ।
পৰম আগ্ৰহে উঠিলন্ত তেতিক্ষণ ॥১৮০
হস্তীৰ গমনে চলি যান্ত লাসে লাসে ।
দেখি সমাজ্যাৰ ৰাজাগণে সবে হাঁসে ।
বিক্ৰমে ৰাঘৱ যান্ত চায়াছে সকল ।
প্ৰতি খোজে ধৰণী কৰয় তলবল ॥১৮১
মধুৰ মূৰতি মুখে মন্দ মন্দ হাঁস ।
মহেশৰ ধনুৰ পাইলন্ত গৈয়া পাশ ॥
উল্লাসিয়া ধনুক ধৰিলা বাম হাতে ।
অলক্ষিতে গুণ লগাইলেক ৰঘুনাথে ॥১৮২
কোমল আঙ্গুলি গুণ মাৰ্জ্জি তেতিক্ষণ ।
টঙ্কাৰিয়া শবদে পূৰিলা ত্ৰিভুবন ॥
হাঁসি হাঁসি পুনু ধনুগুৰ্ণ আঁজুৰিলা ।
কৰ্ণমানে টানি ধনু মাজতে ভাঙ্গিলা ॥১৮৩
পুনৰ্ব্বাৰ শব্দ গোটে ব্ৰহ্মাণ্ড ভৰিল ।
সপ্তদ্বীপা বসুমতী সাগৰ লৰিল ॥
সমজ্যাৰ লোকৰ হৰিল চুতিজ্ঞান ।
যিবা যৈত আছিলা পৰিল সেহি থান ॥১৮৪

---

সমজ্যা—সমাজ ।

বালেকক মাৰোঁ বেড়ি আসা কন্যা আনো কাঢ়ি
আমাৰো কন্যাত ভাগ আছে।
এহি বুলি গুমথয় বৰ বৰ ৰাজাচয
অস্ত্ৰ-শস্ত্ৰ ধৰিলেক পাছে ॥
সবে কৰে হুৰা হুৰি বোলে ধৰ মাৰ বেঢ়ি
কৈৰ ইটো আসিল বালক।
দেখিযা শ্ৰীৰামে কাজ বুলিলন্ত ঋষিৰাজ
আপুনিযে ৰাখিবা সীতাক ॥১৯১
দেখিযো শৃগাল পাল বেঢ়ি কৰে কোলাহল
আক দেখি থাকে কাৰ প্ৰাণে।
আৰ 'হুৱা, হুৱা' চাই নাথাকি লগাওঁ যাহ
যেন নথাকয় ইটো বনে ॥
এহি বুলি দুয়ো জনে ধনু ধৰি তেতিক্ষণে
ৰাজাসকলক খেদি গৈলা।
দেখিযা জনক ৰাজে ৰথে চৰি সৱ সাজে
শ্ৰীৰাম-লক্ষ্মণ লাগ লৈলা ॥১৯২
তিনি এক লগ হুয়া নানা অস্ত্ৰ প্ৰহাৰিযা
বধিলন্ত সম্মুখ সংগ্ৰামে।
কতো পৰিবাৰ দেখি আপোনাৰ প্ৰাণ ৰাখি
পলাই গৈলা যাৱ খোৱা মানে ॥

---

গুমৰ্থয়—গুম্‌ৰিয়ায়, গৰ্জ্জে।

সমস্তকে একক্ষণে খেদাইলন্ত তিনিজনে
পুনু আসিলেক ঋষি পাশ।
দেখি বিশ্বামিত্র ঋষি প্রশংসিলা হাঁসি হাঁসি
সমস্তৰে মিলিল উল্লাস ॥১৯৩
পাছে চিণ্ডি অৰ্চি কাজ জনক যে মহাৰাজ
পুৰোহিত বিশ্বামিত্র সমে।
সীতা-ৰাম-লখমণ আগ কৰি তিনি জন
প্ৰবেশিলা গৈয়া নিজাশ্ৰমে ॥
দশৰথ আনিবাক পঠাইলন্ত দূতজাক
শীঘ্ৰে ৰাজা জনক নৃপতি।
দূতে ৰাজা আগে কৈল দশৰথ আসি ভৈল
পাত্ৰ পুত্ৰ বশিষ্ঠ সহিতি ॥১৯৪
দেখিয়া মিথিলা ৰায় পূজিলা ৰাজাৰ পাব
অনেক ভকতি নতি কৰি।
দশৰথ মহাভাগ পায়া দুই পুত্ৰ লাগ
কোলে তুলি লৈলা স্নেহে ধৰি ॥
শুনিয়োক সভাসদ ৰামৰ চৰিত্ৰ পদ
সব দুখ কৰে উপশম।
ৰামৰ চৰণ ভজা আন আশ সব তেজা
নিৰন্তৰে বোলা ৰাম ৰাম ॥১৯৫

---

ঘোষা ॥ ৰাম ৰঘুপতি ৰঘুনন্দন ।
অভয় চৰণে লৈলো শৰণ ॥

**পদ।**

পাছে দশৰথ জনক ৰায় ।
বসিয়া আছে দুয়ো একে ঠাই ॥
দশৰথ বোলে মিথিলা পতি ।
তযু গৃহাগত ভৈলো অতিথি ॥১৯৬
ঊর্ম্মিলা নামে তযু কন্যাখানি ।
লক্ষ্মণক বিহা দিযোক জানি ॥
শুনিয়া মিথিলাৰ মহামানী ।
হাঁসিয়া 'দিবো' বুলিলন্ত বাণী ॥১৯৭
ভৰত শত্রুঘণ দুইজন ।
দেখিয়া কুশধ্বজ ৰঙ্গমন ॥
বোলন্ত মোৰ দুই কন্যা হয় ।
তযু দুই পুত্রে দিবো নিশ্চয় ॥১৯৮
জনক ভাইৰ শুনি বচন ।
দশৰথ মহা আনন্দে মগন ॥
এহি চাৰি কন্যা চাৰি পুত্রৰ ।
পাইলন্ত দশৰথ নৃপবৰ ॥১৯৯

---

*চন্তি-অচি—ভাবিচিন্তি ।

পাছে পুণ্য যোগে দুয়ো নৃপতি।
বিহাক লাগিয়া কৰি যুগুতি॥
অনেক সম্ভাৰ কৰিলা আতি।
সাতো পৃথিবীৰ আইলা নৃপতি।২০০
ব্ৰহ্মাদি দেৱগণ সবে আইলা।
সাতো পাতালৰ লোক মিলাইলা॥
সবাকো যথাযোগ্যে অৰ্চ্চিলন্ত।
মহা মহোৎসৱে বিহা দিলন্ত।।২০১
লক্ষ্মী-নাৰায়ণ বিহা কালে।
সব নৰ নাগে যৌতক দিলে॥
ব্ৰহ্মাদি আইল যত দেৱগণ।
সবেও উৎসৰ্গা দিলা তেতিক্ষণ॥২০২
বেদ ধ্বনি কৰে ব্ৰাহ্মণগণ।
মহা ঋষিগণে কৰে হবন॥
দুন্দুভি শঙ্খ বাদ্য আছে যত।
বজাইলা ৰাম-সীতা বিবাহত॥২০৩
ব্ৰহ্মাণ্ড ভৰিল তাহাৰ ধ্বনি।
চৌদিশে 'জয় ৰাম' ধ্বনি শুনি॥
লক্ষ্মী নাৰায়ণ বিবাহ দেখি।
তৃষ্ণা নখগুল কাহাৰো আখি।।২০৪
স্বৰ্গ পৃথিবীত পাতাল পুৰে।
গাইবাক লৈলা তাকে নিৰন্তৰে॥

এমতে মহামহোৎসৱে আতি ।
চাৰি কন্যা বিহা দিলা নৃপতি ॥২০৫
জনক কুশধ্বজ দুয়ো ভাই ।
যৌতক দিলা তাৰ পাৰ নাই ॥
হস্তী, হয়, দাস, দাসী যতেক ।
বসন ভূষণ দিলা অনেক ॥২০৬
সি ৰাত্রি বঞ্চি দশৰথ ৰায় ।
যাইবাক লাগি আজ্ঞা লৈলা যাই ॥
চাৰি পুত্র চাৰি কন্যাক লৈয়া ।
আপোন ৰথত উঠিল গৈয়া ॥২০৭
যতেক জনকৰ মহাদই ।
জাঁউক গলত বান্ধি কান্দয় ॥
সীতা আদি যত কন্যাসকল ।
তাৰাও কান্দিলা হুয়া বিকল ॥২০৮
কৌশল্যা আদি যত পটেশ্বৰী ।
তেসম্বে পঠাইলা শান্ত্বনা কৰি ॥
জনক ধৰিয়া সীতাৰ গলে ।
কান্দিলন্ত আতি হুয়া বিকলে ॥২০৯
প্রবোধ বুলিলন্ত দশৰথ ।
শুনিয়া নৃপতি ভৈলন্ত সুস্থ ॥

---

বিকল—বিহ্বল, অস্থিৰ ।

সসৈন্যে ৰাজা আগ বঢ়াই থৈলা ।
আশ্বাসি দশৰথে পালটাইলা ।।২১০
অযোধ্যাক চলি গৈলন্ত ৰাজা ।
বেঢ়িয়া চলে গজ-বাজী প্ৰজা ।।
বাদ্য ভণ্ড যত প্ৰজাৰ ৰোল ।
লঙ্ঘিলেক গৈয়া স্বৰ্গৰ কোল ।।২১১
পৰম আনন্দে চলে নৃপতি ।
চাৰি পুত্ৰবধূ কৰি সঙ্গতি ।।
আনন্দে চলি যায় প্ৰজাগণ ।
জয় ৰাম ধ্বনি কৰে সঘন ।।২১২
এহি মতে ভূমি কম্পায়া যান্ত ।
পথতে বিমঙ্গল দেখিলন্ত ।।
আগতে বজ্ৰপাত আসি ভৈলা ।
সঘনে ভূমি কম্পিবাক লৈলা ।।২১৩
আনো নানা বিমঙ্গল যতেক ।
সমস্তে নৃপতি দেখে প্ৰত্যেক ।।
অন্ধকৰ শাপ যেন মিলিল ।
ভয়ে ৰাজা বশিষ্ঠত পুছিল ।।২১৪
কি কাৰ্য্যে দেখো কেন বিমঙ্গল ।
কহিয়োক সবে মুনিসকল ।।

---

গজ-বাজী—হাতী আৰু ঘোঁৰা ।
ভৈলা—ভথাপি ।

বশিষ্ঠাদি ঋষি বুলিলা বাণী ।
একো উপদ্ৰৱ নেদেখো স্বামী ॥২১৫
শুনিয়া তভো মনে শঙ্কা কৰি ।
শীঘ্ৰে চলি যান্ত নিজ নগৰী ॥
সিবেলা যেন ভৈল শুনিয়োক ।
ৰাম ৰাম বোলা সমস্ত লোক ॥২১৬

---

# ঘোষা ॥ জয় ৰাম ৰঘুপতি ॥

## পদ ।

জামদগ্নি সুত ৰাম ।
শুনিলন্ত হেন কাম ॥
আমাৰ গুৰুৰ ধনু ।
ভাঙ্গিলে কোনেৰে তনু ।২১৭
তাৰ মোৰ কথা আছে ।
এহি বুলি খঙ্গে পাছে ॥
কুঠাৰ কান্ধত পাৰি ।
ফোঁপাই আসে দড়াদড়ি ২১৮

---

দড়াদড়ি—বেগাই ; গহীন ভাৱে খৰকৈ খোজ দি

তৰঙ্গ বৰঙ্গ আখি।
ভয় লাগে মূৰ্ত্তি দেখি॥
কোপে আগ ভেটিলন্ত।
ৰাজা-প্ৰজা দড়িলন্ত ॥২১৯
দেখি দশৰথ পাছে।
কৰযোৰে বহি আছে॥
বোলন্ত তোহোৰ পুত্ৰ।
ৰাম কহ আছে কুত্ৰ ॥২১০
মোৰ নাম লৈলে যিটো।
কেন বীৰ দেখো সিটো॥
জীৱি যেবে প্ৰাণখানি।
এতিক্ষণে দেহ আনি ॥২২১
বুঢ়া ধনু ভাঙ্গিলেক।
তাতে গৰ্ব্ব বাঢ়িলেক।
মোৰ আগে ৰৌক থিৰ।
তেবে সিটো জানো বীৰ ॥২২২
দিলা ৰামে সন্নিধান।
কেনে ক্ৰোধ এতমান॥
তুমি নৰ গুণে চাৰ।
ধনুৰ্গুণ আমাসাৰ ॥২২৩

---

কুত্ৰ —ক'ত।

কেন মতে সম হৈবো ।
শৰ আমি নলইবো ॥
তেভো নেক্ষেমাহা যেবে ।
শুনা ঋষি বাক্য তেবে ॥২২৪
ঋষি-বেশ দূৰ কৰি ।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ধৰি ॥
কেনে প্ৰবৰ্ত্তাহা তুমি ।
সিহেতু দণ্ডিবো আমি ॥২২৫
শ্ৰীৰামৰ বাক্য শুনি ।
বুলিলন্ত পাছে মুনি ॥
তুমি যদি বীৰ হোৱা ।
দেখো মোৰ ধনু লোৱা ॥২২৬
হাঁসি লৈলা তেতিক্ষণে ।
চাই আছে সৰ্ব্বজনে ॥
লেক্ লেক্ কৰি টানি ।
ভাঙ্গিলেক ধনুখানি ॥২২৭
হাঁসি বুলিলন্ত ৰাম ।
কৰিলোহো সিদ্ধ কাম ॥
হেৰা গুৰু তযু ধনু ।
চাহন্তে ভাঙ্গিল পুনু ২২৮

---

তেভো—তথাপি । লেক্ লেক্—নোৰোৱাকৈ এনে বহে ।

এহি বুলি নিজ ধনু ।
শ্ৰীৰামে লৈলন্ত পুনু ॥
শৰ পাত জুৰিলন্ত ,
দেখি ঋষি কম্পিলন্ত ॥২২৯
দিলা ৰামে সমিধান ।
অমোঘ মোহৰ বাণ ॥
জানিয়া বুলিয়ো বাণী ।
কাটিবোহোঁ কোন খানি ॥২৩০
মহা ভয় পাই ঋষি ।
বুলিলন্ত বিমৰিষি ॥
স্বৰ্গ পন্থে নাহি কাজ ।
কাটিয়োক ৰঘুৰাজ ॥২৩১
শুনি ৰামে হাসিলন্ত ।
স্বৰ্গ পন্থ কাটিলন্ত ॥
আজিয়ো প্ৰভুৰ বাণ ।
দেখি স্বৰ্গে বিদ্যমান ॥২৩২
ৰামে পাছে আজ্ঞা লৈয়া ।
গৈলা গৰ্ব্ব চূৰ কৈয়া ॥
শুনিয়োক সৰ্ব্বলোক ।
ৰাম ৰাম বুলিয়োক ॥২৩৩

———

কৈয়া—কৰি ।

ঘোষা ॥ ৰামচন্দ্ৰ ৰামচন্দ্ৰ ৰামচন্দ্ৰ ৰাম
প্ৰভু ৰাম ৰামচন্দ্ৰ ৰামচন্দ্ৰ ৰাম ॥

পদ

এতিয়াতে পৰশুৰামৰ গৰ্ব্ব চূৰ।
কৰিয়া ৰাঘব চলিযান্ত নিজ পুৰ ॥
চতুৰ্-অঙ্গ-সেনা চলি যায় আনন্দতে।
গগন বিদাৰি বাদ্য বাজায় পন্থতে ॥২৩৪
প্ৰভাৱ আন্দোলে ভূমি দলদোপ কৰে।
দণ্ড-ছত্ৰ চামৰ ধৰিয়া নিৰন্তৰে ॥
তবিষতে "জয় জয় ৰামচন্দ্ৰ" বোলে।
এতিয়াতে ৰাজা-প্ৰজা আনন্দেতে চলে ॥২৩৫
কতোক্ষণে পাইলা আযোধ্যাৰ উপবন।
দেখি দশৰথ আগ ভৈলা তেতিক্ষণ ॥
সাম্ভি মাম্ভি নগৰী কৰালে জাতিস্কাৰ।
পোতাইলন্ত ধ্বজ-দণ্ড-তোৰণ অপাৰ ॥২৩৬
পদূলি পদূলি ৰুলে তাম্বুল কদলী।
পূণ কুম্ভ উপৰত আম্ৰ-পত্ৰ-ডালি ॥
নগৰ প্ৰদীপ ধূপ নৈবেদ্য দুই পাশে।
বস্ত্ৰ অলঙ্কাৰে নৰনাৰী লয় লাসে ॥২৩৭

---

সাম্ভি মাম্ভি—পৰিষ্কাৰ কৰি আৰু সজাই।

আগ্ৰনটী ঢালা—বৰৰ ঘৰত তিৰোতাসকলে বৰ-কন্যাক আদৰি নিবৰ চোৰৰ চাকি, ধান, কটাৰী, সেন্দুৰ পাত্ৰ আদি থকা ঢা—

সমস্ত বজাইল মহা মিলিল উৎসাহ।
শুনিলা আসিল ৰাম কৰিয়া বিবাহ॥
আগ্রনটী ডালাক ধৰি যত নাৰীগণ।
জুমা জুমি ঝোকাৰ দিৱয় ঘনে ঘন ॥২৩৮
তিনি মহাদই লৈয়া দশৰথ ৰায়।
নিজ গৃহে বহুবিধ মাঙ্গল্য কৰায়॥
দণ্ড-ছত্র-বাদ্য-ভণ্ড সঙ্গে লৈয়া প্রজা।
আগ বাঢ়ি প্রবেশ কৰাইলা নিয়া ৰাজা ॥২৩৯
কি কহিবো যত ৰঙ্গ ভৈল সিবেলাত।
মহা মহোৎসৱ মিলি গৈল অযোধ্যাত॥
ভোজন-শয়ন ৰতি ৰঙ্গ পৰিহৰি।
সীতা-ৰাম-লক্ষ্মণক চায় নেত্র ভৰি ॥২৪০
কতক্ষণ নাৰী সৱ গৃহৰ নোহলাই।
নয়ন ভৰিয়া চায় কুন্দ্রাক্ষ-জালায়॥
ৰাম মুখ সুনির্ম্মল পূর্ণ চন্দ্র ভৈল।
নয়ন চকোৰ ভৰি পিবে সৱে লৈল ॥২৪১
তৃপ্তি নপলাই ৰাম-সীতাক চাহন্তে।
এহিমতে পথে চলি যান্ত ভগৱন্তে॥
সুকা সুকী গৃহে গৈয়া প্রবেশ ভৈলন্ত।
উৎসৱ মাঙ্গল্য বেদ-ধ্বনি কৰিলন্ত ॥২৪২

---

কুন্দ্রাক্ষ—পকা ঘৰৰ ইটাৰে কৰা খিৰিকী।
সুকা সুকা—সুকীয়া সুকীয়া, নিজ-নিজ।

নৃত্য-গীত-বাদ্য-ভণ্ড অশেষ মিলিল ।
তাহাৰ শব্দে দশো দিশক পূৰিল ॥
ধন্য ধন্য ৰাম ধন্য ধন্য সীতাসতী ।
এহিমাত্ৰ বাক্য দশো দিশে শুনি আতি ॥২৪৩
যত মহা সুন্দৰী একত্ৰ ভৈলা আসি ।
তাৰা যেন কন্যাগণ সীতা পূৰ্ণ শশী ॥
কাহাৰো প্ৰকাশ নাই সীতাৰ আগত ।
শ্ৰীৰামৰ আগত পুৰুষো সেহিমত ॥২৪৪
তাক দেখি পৰম আনন্দ কৌশল্যাৰ ।
তিলেক নেৰন্ত সঙ্গ ৰামৰ সীতাৰ ॥
অমৃত পিয়ন্তে যেন তৃপ্তি নপলায় ।
সঘনে চুম্বিয়া বোলে ৰামাই ৰামাই ॥২৪৫
দশৰথো পৰম আনন্দ লভিলন্ত ।
চাৰিয়ো পুত্ৰক চাৰি কন্যা বিহাইলন্ত ॥
ৰাজাৰো অধিক স্নেহ ভৈল শ্ৰীৰামত ।
আগত বসিয়া চাই থাকন্ত সতত ॥২৪৬
এহিমতে বঞ্চিলন্ত অনেক বৎসৰ ।
আনন্দেতে ৰাজ্য ভুঞ্জিলন্ত নৃপবৰ ॥
বশিষ্ঠ প্ৰমুখ্যে পাত্ৰ মন্ত্ৰী সমন্বিত ।
পালিলন্ত সমস্ত প্ৰজাক পুত্ৰৱত ॥২৪৭
ৰাম যুৱা ভৈলন্ত প্ৰজাৰ ভৈলা ভাগ ।
দিনে দিনে বাঢ়ে তান পদে অনুৰাগ ॥

যত মহা মহা পাত্র মন্ত্রী প্রতিনিত।
ভকতি কৰন্ত সদা ৰাম চৰণত ॥২৪৮
নিজ গুণে সমস্তকে ৰঞ্জিলন্ত ৰাম।
দানে মানে সতকাৰে পূৰি মনকাম ॥
সেহিমতে নাৰীৰো সীতাত অনুৰাগ।
তিলেক নেৰয় সবে জানকীৰ লাগ ॥২৪৯
এহিমতে যেবে কতো কাল বহি গৈল।
শুনিয়োক তাত পাছে যেন কথা ভৈল ॥
কহে কৃষ্ণ-চৰণে অনন্ত মূঢ়মতি।
বোলা ৰাম ৰাম পাপ যাউক অধোগতি।২৫০

---

ঘোষা॥প্ৰভুৰাম ৰামভদ্ৰ ৰামভদ্ৰ ৰাম।
ৰঘুনাথ ৰামভদ্ৰ ৰামভদ্ৰ ৰাম ॥

পদ।

একদিনা ৰাজাক ভৰত শত্ৰুঘ্ণ।
প্ৰণাম কৰিয়া পাছে বুলিলা বচন ॥
তোমাৰ চৰণে পিতৃ যেবে আজ্ঞা পাওঁ।
যুদ্ধাজিত মাতুলক দেখিবাক যাওঁ ॥২৫১

ৰাজ্য আজ্ঞা দিলা দুয়ো কুমৰ গৈলন্ত ।
মাতুলৰ গৃহে দুয়ো আনন্দে ৰৈলন্ত ॥
সেহি বেলা পাত্ৰগণে কৰি আলোচন ।
দশৰথ নৃপতিক বুলিলা বচন ॥২৫২
শুনিয়োক অযোধ্যাপতি মহা মহীপাল ।
ৰাম যুবৰাজ ভৈলে আমি দেখোঁ ভাল ॥
হেন শুনি দশৰথ পাইলা যেন স্বৰ্গ ।
প্ৰশংসি বোলন্ত ধন্য ধন্য পাত্ৰবৰ্গ ॥২৫৩
মোহোৰ মনৰ কথা কৈলা তোমাসব ।
সত্বৰে সম্ভাৰ কৰা নকৰি বিলম্ব ॥
যাৱত ভৰত নতো আসে নগৰক ।
তাৱে শীঘ্ৰে ৰাজ্য জোকাৰিয়ো শ্ৰীৰামক ॥২৫৪
ইটো কাৰ্য্য যেন নজানয় তাৰ মাৱে ।
কৈকেয়ীৰ জানো মন পূৰ্ণ দুষ্টাভাৱে ॥
কালি পুণ্য যোগে শ্ৰীৰামক দেও ৰাজ ।
পাত্ৰগণ হেন জানি হুয়ো সব সাজ ॥ ৫৫
এহি বুলি ৰাজা সুমন্ত্ৰক আদেশিলা ।
তৎক্ষণে গৈয়া মন্ত্ৰী ৰামক আনিলা ॥
পিতৃক দেখিয়া ৰথ হন্তে নামিলন্ত ।
অৱনতে গৈয়া প্ৰদক্ষিণে নমিলন্ত ॥২৫৬

---

জোকাৰিয়ো—দিয়ো, ঘোষণা কৰি অৰ্পণ কৰা ।

আনন্দতে দশৰথে আলিঙ্গি ধৰিল।
শীৰ ঘ্ৰাণ কৰি সুখে চুম্বন কৰিল ॥
সুবৰ্ণৰ পৰ্য্যাঙ্ক পাৰিয়া দিয়াইলন্ত।
তাত গৈয়া উঠি ৰামচন্দ্ৰ বসিলন্ত ॥২৫৭
পূৰ্ণ চন্দ্ৰ সমান ৰামৰ মুখ জ্বলে।
নয়ন চকোৰ ভৰি পিয়ে ৰাজা ভোলে ॥
নিমিষ ৰহিত হুয়া নয়ন-ভ্ৰমৰে।
তেন পদ্মে পৰি মকৰন্দ পান কৰে ॥২৫৮
সেহি মতে বসি আছে অল্প হাস্য কৰি।
প্ৰশংসি বোলন্ত ৰামচন্দ্ৰক সাদৰি ॥
শুনিয়ো হৃদয়ানন্দ প্ৰাণ পুত্ৰ মোৰ।
তোমাহেতু নিস্তাৰিলো সংসাৰ দুৰ্ঘোৰ ॥২৫৯
কোটি পুৰুষকো মোৰ তাৰিলা ঈশ্বৰে।
তুমি পৰমব্ৰহ্ম পুত্ৰ ভৈলা মোৰ ঘৰে ॥
এতেকেসে তোমাত প্ৰজাৰ অনুৰাগ।
ধন্য ধন্য কৌশল্যা ভাৰ্য্যাৰ কিনো ভাগ ॥২৬০
কুলৰ প্ৰদীপ বাপু শুনা ৰামচন্দ্ৰ।
দৈবজ্ঞে গণিয়া কৈল মোৰ ভাগ্য মন্দ ॥
স্বপুত্ৰক দেখিলেহোঁ মৰণক হয়।
হোক মৃত্যু তাক মই নকৰোহোঁ ভয় ॥২৬১

---

পৰ্য্যাঙ্ক—পালেং, সিংহাসন।

ভুঞ্জিলোহোঁ৷ ৰাজ্য ভোগ বয়স গড়াইলো ।
জগত ঈশ্বৰ তুমি পুত্ৰ কৰি পাইলো ॥
সব মনোৰথ মোৰ ভৈলা সমাপতি ।
কিন্তু কৰিবাক আছে তোমাক নৃপতি ॥২৬২
কালি প্ৰভাততে তাকো কৰিবোহুঁ সাঙ্গ ।
পাত্ৰ মন্ত্ৰী সমস্তৰে দেখো বৰ ৰঙ্গ ॥
কালি ৰাজা হুয়া বাপু ৰাজ্য পালিয়োক ।
যেন মতে পালিবাহা তাক শুনিযোক ৷ ২৬৩
কৰ-দণ্ড লৈবাহা প্ৰজাক দুখ নেদি ।
ধৰ্ম্মিষ্ঠক পালিবাহা অধৰ্ম্মীক খেদি ॥
গজ বাজী প্ৰজা যত মোহ নকৰিবা ।
সমস্তকে দানে মানে নিতে সন্তোষিবা । ২৬৪
বন্ধু মিত্ৰ থানে থানে কৰিবা থাপন ।
দুষ্টক প্ৰশ্ৰয় নিদি কৰিবা শাসন ।
এহিমতে শিক্ষা দিয়া পাঠাইলা ৰামক ।
আনন্দে থাকিলা ৰাম কহিয়া সীতাক ॥২৬৫
ৰাজ-আজ্ঞা পায়া চলি গৈলা পাত্ৰগণ ।
তেতিক্ষণে মিলালা সম্ভাৰ লাগে যেন ॥
অষ্ট কন্যা সজাইলন্ত সালঙ্কৃতা কৰি ।
চাৰি সাগৰৰ জল আনিলা উদ্ধাৰি ॥২৬৬

---

গড়াইলোঁ—কটালো ৷৷

সুবৰ্ণৰ সিংহাসন আনিলা শোভন।
হাটী বাটি নগৰিক চাইলা তেতিক্ষণ ॥
ৰাম ৰাজা হৈবে কালি প্ৰজায়ে শুনিল।
বস্ত্ৰ অলঙ্কাৰ পিন্ধি আনন্দ কৰিল ॥২৬৭
জয় জয় ৰাম ধ্বনি শুনি দশোদিশ।
বাদ্য ভণ্ড আন্দোল মিলিল আশৰিষ ॥
লোকৰ ঘঞ্চাল অতি শুনিলা মন্থৰা।
কি ভৈল বুলিয়া গৈল অন্তেসৰ পৰা ॥২৬৮
হাটী বাটি নগৰিত কুঁজী শোধে কাজ।
উলস মালস কেনে কৰে সমৰাজ ॥
লোকে বোলে কুলক্ষিণী কিবা শোধ কাজ।
কালি দশৰথে যে ৰামক দিয়ে ৰাজ ॥২৬৯
শুনিয়া কুঁজীৰ বৰ দুখ মিলি গৈল।
ৰাম ৰাজা হোৱে বুলি কৈকেয়ীত কৈল ॥
শুনিয়া আনন্দ বৰ কৈকেয়ীৰ মনে।
সুবৰ্ণৰ হাৰ তাইক দিলা তেতিক্ষণে ॥২৭০
হেন দেখি কুঁজী পেলাইলেক আচাৰিয়া।
মোৰ বাক্য নধৰস দুই চক্ষু খায়া ॥
সতিনীৰ পুত্ৰক বখান তই ভাল।
চালে পাইলে সেহি তোৰ হৈব যমকাল ॥২৭১

---

ঘঞ্চাল — গোলমাল।
উলস-মালস—আনন্দত অধীৰ।

এহিমতে নানা বাক্য বুলি বিস্তাৰিলা ।
কুঁজী-বুদ্ধি লৈয়া বোহ ঘৰত সোমাইলা ।।
শুনিয়োক সভাসদ দুষ্ট সঙ্গ বল ।
অসন্তৰ সঙ্গে নষ্ট সজ্জনসকল ।।২৭২
দ্বিবিধে ককেয়ী শত ধনু তিনি হস্ত ।
অধমৰ সঙ্গে আতি অধম ভৈলন্ত ।।
জানিয়া অসন্ত সঙ্গ কৰা উপশাম ।
মূকুথ অনন্তে কহে বোলা ৰাম ৰাম ।।২৭৩

---

ঘোষা ।। ওঁ হৰি ৰাম ৰঘুপতি ৰাঘৱ
তুমি জগতৰ স্বামী ।
ভকত তাৰণ তোমাৰ চৰণে
শৰণ পশিলোঁ আমি

ত্ৰিপদী ।

পাছে দশৰথ কৈকেয়ী-ঘৰত
প্ৰবেশিলা ৰঙ্গ কৰি ।
গৃহত নাপাই বোহ ঘৰে যাই
দেখিলন্ত প্ৰাণেশ্বৰী ।।

---

বোহঘৰ—বজাৰ পৰিয়ালৰ মানুহে খং কৰি থাকা দৰ ।
উপশাম—হ্ৰাস ; ত্যাগ ।

বসন-ভূষণ তেজি ক্রোধ মনে
মাটিত পৰিয়া আছে।
দেখিয়া নৃপতি মহা দুঃখে আতি
মাতিবে লাগিলা পাছে। ২৭৪

প্ৰাণতো অধিক মোৰ প্ৰিয়া তুমি।
দুখ কৰা কি কাৰণে।
যিবা বস্তু লাগে কৈয়ো মোৰ আগে
এক ৰামচন্দ্ৰ বিনে ॥

শুনিয়া দাৰুণী বুলিলেক বাণী
শুনিয়োক নৃপবৰ।
পূৰ্ব্বে দুই বৰ দিয়া আছা মোক
দিয়োক তাক সত্বৰ। ২৭৫

এক বৰে দিয়ো ভৰতক ৰাজ্য
আউৰ বৰে ৰামক।
চৈধ্য বৎসৰক লাগি এতিক্ষণে
পঠাই দিয়ো বনক ॥

হেন শুনি দশ ৰথৰ মাথাত
যেন বজ্ৰপাত ভৈল।
ক্ৰোধ কৰি পাছে পাপিষ্ঠা কৈকেয়ীক
ৰাজাই বুলিবে লৈল ॥ ২৭৬

শুনৰে পাপিনা কৈকেয়ী দাৰুণী
ৰামেনো কৰিলা কিক।
ৰাজ্যক খণ্ডাস বনক পঠাস
সিঞ্চাৰস ৰাজ্যে বিষ॥
ৰামেসে মোহোৰ ধন-জন-প্ৰাণ
তাহাঙ্ক কৰ নৈৰাশ।
শুন কুলক্ষিণী যেন ৰাক্ষসিনী
স্বামী পুত্ৰ দুইকো খাস॥২৭৭
এতিভা হেন কৰ লউ আন বৰ
তেজিতে নাপাৰোঁ ৰাম।
ক্ষণ একতিলে ৰামক এৰিলে
মোহোৰ নৰহে প্ৰাণ॥
এহিমতে তাঙ্ক শান্ত কৰিবাক
নপাৰিলা নৃপবৰ।
তাহান ঘৰত নিশা পুহাইল
শুনা আত অনন্তৰ॥২৭৮
প্ৰভাতে উঠিয়া যত মহাপাত্ৰ
গৈল ৰাজ-সিংহ দ্বাৰ।
পৃথিবী নাথক জগাইবে লাগিলা
কৰিয়া জয়-জোকাৰ॥

---

এভিভা—এতিয়া।

উঠিয়োক মহা- ৰাজা দশৰথ
বেলি ভৈল বহুতৰ ।
শ্ৰীৰাম চন্দ্ৰক ৰাজ্য জোকাৰিয়ো
শুভ লগ্নে নৃপবৰ ।।২৭৯

বেলি ভৈল বুলি সমস্ত গৈলেক
সচেতন কৰিবাক ।
কৈকেয়ী ঘৰত আছে দশৰথ
দেখিলা গৈয়া ৰাজাক ।।

প্ৰণাম কৰিয়া কৃতাঞ্জলি বোলে
প্ৰভু শীঘ্ৰে উঠিয়োক ।
শ্ৰীৰামক ৰাজ্য জোকাৰিবে প্ৰতি
আসি আছে পাত্ৰলোক ।।২৮০

শুনি নৃপবৰ বোলন্ত সত্বৰ
ৰাম পাশে মন্ত্ৰী যাহা ।
শ্ৰীৰাম চন্দ্ৰক আমাৰ পাশক
সত্বৰ কৰি আনাহা ॥

শুনি মন্ত্ৰীবৰ গৈলেক সত্বৰ
ৰামৰ পাশক চলি ।
দেখিলা প্ৰজাৰ আনন্দ অপাৰ
ৰাম ৰাজা হৈবে বুলি ।২৮১

বাদ্যভণ্ড বোল দেখিয়া আন্দোল
গৈলন্ত ৰামৰ দিশ ।
দেখিলা গম্ভীৰ ৰামৰ মন্দিৰ
কৈলাশ গিৰি সদৃশ ॥

হীৰক মাণিক সুবৰ্ণ ফটিক
প্ৰবাল বৈদূৰ্য্য মানে ।
সেহি গৃহমাজে লগায়া আছয়
দেখিলেক থানে থানে ॥২৮২

তাহাৰ মাজত সুবৰ্ণ খাটত
ৰসি আছে ৰামচন্দ্ৰ ।
দুৰ্ব্বাদল শ্যাম তনু অনুপাম
হাস্য শোভে মন্দ মন্দ ॥

কন্দৰ্প কোটিৰ গৰ্ব্ব কৰে চূৰ
লাৱণ্য মধুৰ বেশ ।
সীতায়ে আছয় চামৰ দোলন্তে
ভৈল মন্ত্ৰী পৰবেশ ॥২৮৩

আদেশ বুলিয়া নমস্কাৰ কৰি
কৃতাঞ্জলি মন্ত্ৰীবৰ ।
বোলন্ত চলিবে লাগে প্ৰভুদেৱ
হুয়াছে আজ্ঞা বাপৰ ॥

ৰাজাৰ আদেশ শুনি ৰঘুনাথে
সাদৰে চলিলা গাৱ।
সীতায়ে বোলন্ত চলিয়োক প্ৰভু
আপুনি পিতৃৰ ঠাই ॥২৮৪

ৰাজ্য অভিষেক কৰিবাক লাগি
পঠাইলা মাতি সাদৰি।
এহি বুলি আগ বঢ়াই থৈলন্ত
সীতা কতিপয় ভৰি ॥

পিতৃৰ পাশক চলন্তে ৰামক
দেখিলেক যত প্ৰজা।
আনন্দে বোলয় কিনো মহোদয়
আজি হৈব ৰাম ৰাজা ॥২৮৫

লোক মহোৎসৱ দেখিয়া ৰাঘৱ
পাইলন্ত পিতৃৰ ঠাই।
নমস্কাৰ কৰি ৰাঘৱ শ্ৰীহৰি
ৰহিলা পিতৃক চাই ॥

শ্ৰীৰাম পুত্ৰক দেখিয়া ৰাজাৰ
শোক অগ্নি লাগি গৈল।
কতোক্ষণে পাছে ৰামচন্দ্ৰ বুলি
পুনু মৌন হুয়া ৰৈল ॥২৮৬

দেখিয়া ৰামৰ মনত অসুখ
কৈকেয়ীত পুছিলন্ত।
শুনিয়োক মাৱ কিকাৰ্য্যে পিতৃৰ
দুঃখ ভৈল অপৰ্য্যন্ত ॥
মোহোৰ পিতৃৰ ত্ৰিজগতে যিটো
চিন্তি আছে অনিহিত।
ইন্দ্ৰ যম আদি যত দিগপাল
তাকো কৰোঁ চূৰ্ণাকৃত ॥২৮৭
মোহোৰ সমান ক্ষত্ৰী নাহি মাৱ
ত্ৰিজগতে কেহোঁ আৰ।
সমস্ত কাৰ্য্যক সাধিবাক পাৰোঁ
বাপৰ দুঃখ কিসৰ ॥
কিন্তু পিতৃ মোক আজ্ঞা নকৰন্ত
মুণ্ড তুলি মুখ চাই।
এতেকেসে মই উপায় নাপাওঁ
শুনিয়ো কৈকেয়ী আই ॥২৮৮
কৈকেয়ী বোলয় তোমাৰ পিতৃৰ
সবে জানোঁ মই কাজ।
ভৰতক ৰাজ্য দিবেক নৃপতি
তোক পঠাই বন মাজ ॥

---

অনিহিত—অহিত, অনিষ্ট।

চৈধ্য বৰিষক লাগিয়া বনক
যাহা তুমি এহি বেলে। .
তুমি যাবে থাকা তাৱত নৃপতি
জানিবা মাথা নোতোলে ॥২৮৯

এতেক বচন শুনি তেতিক্ষণ
ৰামৰ উঠিল হাঁস।
বোলন্ত ঔ আই ৰাজ্যে কাজ নাই
হেৰা চলো বনবাস ॥

ভৰত ভাতৃক প্ৰাণ দিতে পাৰোঁ
কোন চাৰ ৰাজ্য সুখ।
কোন অপৰাধ কৰিলোঁ পিতৃৰ
নাচাইলা মোৰ মুখ ॥২৯০

এহি বুলি তেতি- ক্ষণে উঠিলন্ত
প্ৰণামি পিতৃৰ পাৱ।
লক্ষ্মণ সহিতে লৰিলা তেখনে
আপোন মাতৃৰ ঠাই।

শুনা সৰ্ব্ব লোক ইটো দুঃখ শোক
আমাকেসে দেখাৱন্ত।
আমাৰেসে দুখ সমস্ত নিকাৰ
ৰাম পূৰ্ণ ভগৱন্ত ॥২৯১

নমোঁ প্ৰভু ৰাম তুমি পূৰ্ণ কাম
মই মহা মূঢ় জন ।
তোমাৰ অৰুণ চৰণ পঙ্কজে
মজ্জায়োক মোৰ মন ॥

ৰঘু গুণ নামে তুমি শ্ৰীৰামে
দিয়ো ৰতি, পূৰি কাম ।
মূৰুখ অনন্তে বোলে সব হন্তে
ডাকি বোলা ৰাম ৰাম ॥২৯২

---

ৰামায় ৰামচন্দ্ৰায় ৰামভদ্ৰায় বেধসে ।
ৰঘুনাথায় নাথায় সীতায়াঃ পতয়ে নমঃ ॥

## ঘোষা ॥ হৰি ৰাম ৰাম গোবিন্দ ৰাম হৰি হৰি কৃপাময় মুকুন্দমুৰাৰি ॥

### ছবি ।

অন্তঃপুৰ আদি কৰি সৰ্ব্বলোক বুলিলেক
ৰাম ৰাজ্য-ভঙ্গ বন-বাস ।
কৈকেয়ীক গালিপাৰে ৰাজাক ধিক্কাৰ কৰে
কথা শুনি সবে ভৈলা ত্ৰাস ॥

যত লোক অযোধ্যাৰ আচম্বিতে বজ্রপাত
হৈলা যেন সবাৰে মাথাত।
অন্নপান পৰিহৰি কান্দে হা, হা, ৰাম বুলি
দশোদিশে শুনি অসংখ্যাত ॥২৯৩

ৰাম লখমণ দুই কৌশল্যাৰ ঘৰে গই
মাতৃক নমিলা দুখ মনে।
কৌশল্যা দুইকো দেখি আশীষ-চুম্বন দিয়া
সাদৰে মাতিলা তেতিক্ষণে ॥

আজি ৰাজা হৈয়া বাপু সৰ্ব্বলোক পালিবাহা
তবু পিতৃ কহিছে আমাত।
এতেকেসে তযু হিত চিন্তি ঈশ্বৰক নিত
পূজো ব্রত ধৰিয়া সাক্ষাত।২৯৪

এবে কি কাৰণে বাপু মলিন দেখোহেঁ মুখ
কয়ো প্রাণ-পুত্র মোৰ আগে।
ৰামে বুলিলন্ত চাই শুনিয়োক মোৰ আই
কথা কহিবাক লাজ লাগে।

কৈকেয়ী ৰাজাত মাগি ভৰত ভাতৃক লাগি
ৰাজ্য লৈল, কি কৈবো মহিমা।
চৈধ্যয় বৰিষ মান ঘোৰ বনে মোৰ থান
আমাৰ কাৰ্য্যৰ এহি সীমা ॥২৯৫

হেৰা মাতৃ এতিক্ষণ চলিলোহোঁ ঘোৰ বন
আশীৰ্ব্বাদি দিয়োক বিদায়।
কিন্তু খেদ এহিমান দুখ মোৰ নাহি আন
তোমাক পালিব কোনে আই ॥

শুনি গোসাঁনীৰ মাথে নিৰ্ঘাত পৰিলা যেন
মূৰ্চ্ছা গৈয়া পৰিলন্ত তাতে।
মাতৃ মৰিলন্ত বুলি দুয়ো ভাই ধৰি তুলি
জল থপিয়ান্ত তান মাথে ॥২৯৬

পাছে সচেতন হৈয়া পুত্ৰক কোলাত লৈয়া
কান্দি কান্দি বুলিলা নিষ্ঠুৰ।
যাব খোজ বনবাস মাতৃক বধিবাক চাস
মোক মাৰা কোন ধৰ্ম্ম তোৰ ॥

নযাইবি নযাইবি বাপু ঘোৰ বনবাসে তই
যদি যাস মোক নেস লগে।
দুগুটি মা-পোৱে বাপু একে লগে থাকিবোহোঁ
ৰাজ্য-ভোগ ঐশ্বৰ্য্য নলাগে ॥২৯৭

অনেক কাৰ্পণ্য কৰি ৰাম পাছে বুলিলন্ত
কেনে খণ্ডাওঁ পিতৃৰ বচন।
দিয়া আজ্ঞা শুভক্ষণে শঙ্কা নকৰিবা মনে
কৈতো নাহি মোৰ অকল্যাণ ॥

পুত্ৰৰ আক্ৰোশ দেখি পাছে মুছি মুখ আখি
গলে বান্ধি বিস্তৰ শিখাইলা ।
আপোন চৰণ-ধূলি দুই শীৰে দিলা তুলি
দুইকো চুম্বি তেবে আদেশিলা ॥২৯৮

লক্ষ্মণক আশ্বাসিয়া ৰামে পাছে বুলিলন্ত
থাকা তুমি মাতৃ প্ৰতিপালি ।
কৌশল্যা সুমিত্ৰা দুয়ো মাতৃ মোৰ মৰিবন্ত
পুত্ৰশোকে হুয়াতি বাউলী ॥

লক্ষ্মণে বোলন্ত দদা মোক হেন নুবুলিবা
তুমি পিতৃ-মাতৃ গুৰুজন ।
অধিক বোলাহা যেবে তোমাৰ আগতে তেবে
খণ্ডাহানি মৰিবো এখন ।২৯৯

শুনি ৰামে বিষ্ণু বিষ্ণু স্মৰি বুলিলন্ত পাছে
তোৰ যেন মন তেন কৰ ।
এহি বুলি তেতিক্ষণে প্ৰবেশ ভৈলন্ত গৈয়া
যৈত আছে জানকীৰ ঘৰ ।

শুনা সভাসদজনে ৰামৰ চৰিত্ৰ কেনে
শ্ৰৱণতে মিলে মহানন্দ ।
ধন জন সুখ যত মিলায় ইসমস্তক
পৰলোকে দেই পৰম্পদ ।৩০০

এতেকে সবাকে এৰি শুনিয়োক আগ বাঢ়ি
ৰামৰ চৰিত্ৰ সুধাময় ।
ৰামত ভকতি এৰি ঘোৰ পৰলোকে গৈলে
তৈতে মহা মিলিবেক ভয় ॥
তাক দূৰ কৰিবাক কোন বন্ধু নপাৱয়
জানিলোৱা ৰাম গুণ নাম ।
অনন্ত বোলন্ত ভাই ৰাম বিনে গতি নাই
নিৰন্তৰে বোলা ৰাম ৰাম ॥৩০১

---

ঘোষা ॥ ৰাগ পদ্মপণি ৰাঘৱ পদ্মপাণি ।
ৰাজীব লোচন জানকীৰ প্ৰাণ খানি ॥

পদ ।

স্বামী আসিবাৰ দেখি জানকী সুন্দৰী ।
সাদৰে বাঢ়িলা আগ কতিপয় ভৰি ॥
সীতায়ে দেখিলা মুখ নত্মলে স্বামীৰ ।
কৃতাঞ্জলি বুলিবে লাগিলা ধীৰে ধীৰ ॥৩০২
কি ভৈল কিসক প্ৰভু আনন্দ ৰহিত ।
তযু পিতৃ নিয়াইলন্ত ৰাজ্য জোকাৰিত ॥
দণ্ড ছত্ৰ চামৰ ধৰিয়া সেনাগণ ।
মত্ত গজ যুথ সঙ্গে নাই কি কাৰণ ॥৩০৩

শুনি ৰামে নিশ্বাস কোকাৰি তেতিক্ষণ ।
কহিবে লাগিলা প্ৰভু কৰি দুঃখ মন ॥
কি কহিবো আমাৰ বৃত্তান্ত যেন ভৈল.।
বিধাতায়ে উলটপালট কৰি থৈল ॥৩০৪
সত্য কৰাই কৈকেয়ী ভৰতে দিলা ৰাজ ।
মোহোৰ চলিবে লাগে ঘোৰ বন মাজ ॥
এহি মোৰ দুখ বাঢ়ে মনে আসৰিশ ।
তোক তেজি বনে যাওঁ চৈধ্যয় বৰিষ ॥৩০৫
ভুবন মোহিনী সুলক্ষিণী বিত্তোপনী ।
ত্ৰিভুবনে তোৰ সম নাহি একো জনী ॥
হেন তুমি .মাৰ প্ৰাণ-প্ৰিয়া কণ্ঠাহাৰ ।
এৰি তোক কেনে প্ৰাণ ৰহিব আমাৰ ॥৩০৬
এহি বুলি ভকত বৎসল ভগৱন্ত ।
ভকত সীতাক স্নেহ কৰি কান্দিলন্ত ॥
ৰাঘৱৰ শোকে শোকাবিষ্ট সীতা শান্তী ।
চৰণত ধৰি কান্দি কান্দি বুলিলন্তি ॥৩০৭
হেনয় ঘাতক বাক্য বোলা কি কাৰণ ।
মই পতিব্ৰতা তুমি স্বামী মোৰ প্ৰাণ ।
তোমাক তেজিয়া চাই থাকিবোহো কাক ।
ভাল শিক্ষা পিতৃ-মাতৃ দিলন্ত আমাক ॥৩০৮

শোকাবিষ্ট—শোকান্বিত, শোকত ডুব যোৱা ।
আসৰিশ—অসদৃশ ; বৰ প্ৰবল ।

যেন ছাঁয়া শৰীৰক নেৰে কদাচিত।
তুমি তেনে মোৰ স্বামী জানিবা নিশ্চিত ॥
স্বতৰ স্মৰীৰ থান নেদেখিবা মোক।
তযু সঙ্গে এতিক্ষণে মোৰ মৃত্যু হৌক।৩০৯
আশ্বাসিয়া ৰামে তাঙ্ক বুলিলা সাদৰি।
দুৰ্ঘোৰ বনক তুমি যাবা কেন কৰি ॥
সিংহ ব্যাঘ্ৰ ভল্লুক জোক পোকে আছে ভৰি।
সুমৰন্তে ভয় লাগে যেন যমপুৰি।৩১০
এতেকে থাকিয়ো তুমি অযোধ্যা নগৰী।
সীতাযে বোলন্ত যাইবো তযু সেৱা কৰি ॥
ভাল ভাল বুলি প্ৰভু আশ্বাস কৰিলা।
ৰাম সীতা লক্ষ্মণ তিনি সাজ ভৈলা ॥৩১১
যতেক ভণ্ডাৰ মানে সমস্ত বিলাইলা।
সীতা মিতিনীক নিজ অলঙ্কাৰ দিলা ॥
ৰজাক নমিবে প্ৰতি তিনিও গৈলন্ত।
অযোধ্যাৰ যত প্ৰজা লগে লৰিলন্ত ॥৩১২
কোঢাল উঠিয়া যায় ক্ৰন্দনৰ ধ্বনি।
'হা ৰাম' 'হা সীতা' 'লখমণ' শুনি ॥
এহিমতে ভূমি পায়ে যান্ত তিনি জন।
ৰাজাৰ দুৱাৰে গৈয়া ভৈলা উপসন ॥৩১৩

থান—নিচিনা।

সুমন্ত্রক পঠাইলন্ত ৰাম নাৰায়ণ ।
জনায়ো পিতৃত আমি চলিলোহোঁ বন ॥
ৰাজাৰ আগত সুমন্ত্রয়ে জনাইলন্ত ।
ৰাম লখমণ সীতা বনে চলি যান্ত ॥৩১৪
শুনি দশৰথ মহা শোকাৱিষ্ট হৈল ।
কতক্ষণে কৈকেয়ীক বুলিবাক লৈল ॥
শুনাৰে কৈকেয়ী তোৰ ধৰোঁ চৰণত ।
ৰাম লখমণ সীতা ৰাখিয়ো ঘৰত ॥৩১৫
অনেক কাপুৰ্ণ্য কৰি বুলিলা বিস্তৰ ।
তথাপিতো ক্রুৰমতী নিদিলা উত্তৰ ॥
শীঘ্রে ৰাম সীতাক আনিয়ো মোৰ ঠাই ।
তেতিক্ষণে সুমন্ত্রয়ে আনিলেক যাই ॥৩১৬
সিংহাসন হন্তে ৰাজা দেখিলা ৰামক ।
আলিঙ্গি ধৰিবে লাগি বঢ়াইলা পাৱক ॥
ধৰিবাক নপাৰি পৰিলা মূৰ্চ্চা যাই ।
ৰামে তুলি থাপিলন্ত আশ্বাসি বুজাই ॥৩১৭
কৌশল্যা সুমিত্রা যত আছে মহাদই ।
ৰাজাক আৱৰি শোকে সবহি কান্দয় ॥
কতোক্ষণে দশৰথে লভিলা চেতন ।
নমস্কাৰ কৰি ৰামে বুলিলা বচন ॥৩১৮

কাপুৰ্ণ্য কৰি—বিনয় ভাৱে,কাকুতি কৰি ।

আশীৰ্ব্বাদ দিয়ো পিতৃ চলিলোঁ বনক।
বিস্তৰ বুলিলোঁ মই সীতা লক্ষ্মণক ॥
নমানে মোহৰ বাক্য সিটো দুইজন।
হুয়া আছে সাজ দুয়ো যাইবে ঘোৰ বন ॥৩১৯
হেন শুনি ৰাজা বোলে নিশ্বাস ফোকাৰি।
ভৈলোঁ সৰ্ব্বনাশ নাৰী সঙ্গে সত্য কৰি ॥
তোমাক কি বনক পঠাইবে মোৰ সাধ।
কৈকেয়ী শাঁখিনী মোক কৰিবে উৎসাদ ॥৩২০
তুমি এৰি গৈলে বাপু পৰাণ তেজিবো।
এতেকে তোমাৰ সঙ্গে বনে চলি যাইবো ॥
কুলৰ প্ৰদীপ বাপু নিয়ো মোক সঙ্গে।
কৈকেয়ী ৰাক্ষসী ৰাজ্য খাক মহাৰঙ্গে ॥৩২১
হেন শুনি ৰামে তাঙ্ক বুলিলা আশ্বাসি।
গম্ভীৰে সাগৰ তুমি ৰাজা সূৰ্য্যবংশী॥
তুমি বনে যাইবে ইটো উচিত নহয়।
সমস্ত প্ৰজাৰ পিতৃ তুমিহে আশ্ৰয় ॥৩২২
এতেকে থাকিয়ো শোক মোহ পৰিহৰি।
পুত্ৰ পত্নী যত দেখা সংসাৰৰ সৰি॥
এক ভগৱন্ত মাত্ৰ সত্য বিচাৰত।
সিহেতু ভজিয়ো মাত্ৰ তান চৰণত ॥৩২৩

---

উৎসাদ—ধ্বংস। সৰহি—সকলোৰে। সাধ—ইচ্ছা ; বাঞ্ছা।

যেবে তান ভকতি কৰাহা দৃঢ় মতি।
অবিলম্বে মোক্ষ পাবা কহিলো সম্প্ৰতি॥
হেন শুনি কৈকেয়ী ৰাক্ষসী মহা কাল।
লাজ এৰি তেখনে আনিলা বৃক্ষছাল॥৩২৪
ৰাঘৱক চাই বোলে তেজ অলঙ্কাৰ।
ছাল পিন্ধি বনে চল ধৰ জটা ভাৰ॥
এহি শুনি ৰামে পিন্ধিলন্ত সেহি ছাল।
স্ত্ৰী' ভৈলে ছাল পিন্ধিবাক সুহি ভাল॥৩২৫
সীতায়ে কান্দতে ৰামে বস্ত্ৰৰ উপৰে।
আৰিলন্ত লক্ষ্মণো পিন্ধিলা অনন্তৰে॥
হেন দেখি যত মহাদই যত লোকে।
ভূমি লুটি কান্দে পীড়িলেক বৰ শোকে॥৩২৬
কৈকেয়ীৰ কৰ্ম্ম'ক দেখিয়া দশৰথ।
মূৰ্চ্ছা গৈয়া পৰিলন্ত নিজ আসনত॥
ফুকন্তে জপন্তে কতো বেলি ধাতু আইলা।
সুমন্ত্ৰক চাই ৰাজা বচন বুলিলা॥৩২৭
শুনিয়ো সুমন্ত্ৰ শীঘ্ৰে ৰথ সাঁজি আন।
সমস্ত প্ৰজাক এতিক্ষণে দেহ জান॥
ৰামৰে লগতে গৈয়া পাতিবো নগৰী।
কৈকেয়ীক দেওঁ ৰাজ্য সৰ্ব্বশূন্য কৰি॥৩২৮

---

সৰি—সদৃশ। মহাদই—মাদৈ; ৰাজমহিষী

হেন শুনি কৈকেয়ী বুলিলা ক্রোধ মন ।
মধুচেপি লৈলে বাঁহে নাহি প্ৰয়োজন ॥
শুনিয়োক সৰ্ব্বজন ৰাম গুণ নাম ।
ৰাম পাৱে ভজি শীঘ্ৰে বোলা ৰাম ৰাম ॥৩২৯

---

## ঘোষা ॥ ৰাম ৰঘুপতি সাৰঙ্গপাণি । শৰণ পশিলোঁ দিয়োক জানি ॥

পদ ।

কৈকেয়ীৰ বাক্য শুনি মহাৰায় ।
ধিক্কাৰ কৰি বুলিলন্ত চাই ॥
কিহেতু সীতা লক্ষ্মণক ছাল ।
পিন্ধাইলি শুনৰে পাপিনী কাল ॥৩৩০
জীৱন্তে তোৰ মুখ নচাওঁ আৰ ।
পুতেৰে যদি লোৱে ৰাজ্য ভাৰ ॥
তাৰ পিণ্ড জল নলৈবো মই ।
গুচি যা গুচি যা এক্ষণে তই ॥৩৩১
ভাণ্ডাৰীক পাছে ৰাজায়ে চাইল ।
দিব্য অলঙ্কাৰ বস্ত্ৰ আনাইল ॥
সীতাক বোলন্ত পিন্ধিয়ো আই ।
খানিক থাকোঁ পৰিচ্ছদ চাই ॥৩৩২

বাজাৰ আজ্ঞাই পিন্ধিলা পাছে ।
যতেক মহাদই চাই আছে ॥
কৌশল্যা নিজ পুত্ৰ গলে বান্ধি ।
হাকলে বিকলে আছিলা কান্দি ॥৩৩৩
সীতাক ৰাখিবে বুদ্ধি শিখালা ।
শ্ৰীৰামে মাতৃক নির্ভয় দিলা ;
লক্ষ্মণকো ধৰি সুমিত্ৰা সতী ।
গলে বান্ধি শিক্ষা দিলন্ত আতি ॥৩৩৪
তিনিয়ো পিতৃ মাতৃ নমিলন্ত ।
তেখণে গৈয়া ৰথে উঠিলন্ত ॥
সুমন্ত্র মন্ত্রী ঘোৰা ডকাইলা ।
লগতে অযোধ্যা বাসী চলিলা ॥৩৩৫
সিংহদ্বাৰ এৰি পাইলন্ত পথ ।
পাচত চলি যান্ত দশৰথ ॥
পুত্ৰশোকে আৰ্ত্তৰাৱ কৰন্ত ।
সুমন্ত্ৰক ৰথ ৰাথ বোলন্ত ॥৩৩৬
তিলেক থাকোঁ ৰাম মুখ চাই ।
কিয় শীঘ্ৰে ৰথ নিয় ডকাই ॥
শ্ৰীৰামে বোলন্ত ৰথ ডকাও ।
পিতৃৰ পাশ শীঘ্ৰে এৰাওঁ ॥৩৩৭

---

হাকলে—বিকলে—ধিয়া চাকুৰি ।

ৰামৰ বাক্য শুনি মন্ত্ৰীবৰ ।
ডাকিল ৰথ আতি খৰতৰ ।।
তেতিক্ষণে ৰাজা প্ৰজা এৰালা ।
তমসা নদী-তীৰক পাইলা ।।৩৩৮
ৰথধ্বজ ধূলি দেখিলে মানে ।
আছিলেক ৰাজা নসহে নসহে প্ৰাণে ।।
মূৰ্চ্ছা গৈয়া তৈতে পৰিল ৰাজা ।
দেখিয়া কান্দে বাল্য বৃদ্ধ প্ৰজা ।।৩৩৯
বশিষ্ঠ প্ৰগুৰুক্ষে মুনি বুজাইলা ।
ৰজাক গৃহ লাগি উলটাইলা ।।
সামৰ্থ্য যত প্ৰজা নিৰন্তৰে ।
ৰানক বেঢ়ি গৈল নদীতীৰে ।।৩৪০
গোধূলি যেবে ভৈল সেহি থান ।
লক্ষ্মণক চাই ৰাম বুলিলা ।।
প্ৰথম বনবাস ভৈল আজি ।
দিয়া মোক তৃণ শয্যা সাজি ।।৩৪১
তাহাতে বাপু কিছু নিদ্ৰা কৰো ।
ইটো দুখ-শোক কিবা পাসৰো ।।
লক্ষ্মণে দিলা তৃণশয্যা পাৰি ।
সীতা সমে তাতে শুইলা মুৰাৰি ।।৩৪২
সুমন্ত্ৰ আদি যত প্ৰজাগণ ।
দুখ-শোকে ৰৈলা সেহি থান ।।

প্ৰজাৰ দুখ দেখি ৰঘু নাথে ।
ৰাত্ৰিতে উঠি গৈলা আন পথে ॥৩৪৩
প্ৰভাতে উঠি দেখে প্ৰজা যত ।
অযোধ্যাৰ পথে গৈলেক ৰথ ॥
আনন্দে প্ৰজা নগৰক গৈলা ।
নেদেখি শোকে কান্দিবাক লৈলা ॥৩৪৪
শ্ৰীৰামে গঙ্গা পাইলন্ত গৈয়া ।
তাহান তীৰত ৰথ ৰাখিয়া ॥
তিনিয়ো স্নান পান কৰিলন্ত ।
আনন্দে বৃক্ষৰ তলে বৈলন্ত ॥৩৪৫
তহিতে গুহ ৰাজে বাৰ্ত্তা পাইলা
সসৈন্যে ৰাম-পাশক আইলা ॥
আগত ভেটি দৌল কৰিলন্ত ।
অষ্টাঙ্গে ৰাম-পাৱে নমিলন্ত ॥৩৪৬
স্নেহত ৰাম প্ৰভু ভগৱন্ত ।
গুহক-গলে বান্ধি ধৰিলন্ত ॥
বোলন্ত ভকত-শোক এৰাইলো ।
তোক দেখি গুহ আনন্দ পাইলোঁ ॥৩৪৭
গুহৰাজে পাছে বাৰ্ত্তা পুছিলা ।
ৰাঘৱে সকল বৃত্তান্ত কৈলা ॥
লক্ষ্মণে তৃণ শয্যা সাজিলন্ত ।
ৰাঘৱ প্ৰভুয়ে তাত শুতিলন্ত ॥৩৪৮

সীতা যে শুইলন্ত লজ্জিত মনে ।
প্ৰহৰী সুমন্ত্ৰ গুহ লক্ষ্মণে ॥
শোকে তিনি জন নিদ্ৰা নপাইলা ।
ৰামৰ কথাত ৰাত্ৰি পুহাইলা ॥৩৪৯
বোলন্ত ৰামে শুনা মন্ত্ৰীবৰ ।
ৰথ লৈয়া তুমি চলা নগৰ ॥
কল্যাণ কৰা পিতৃ মাতৃ ঠাই ।
আনন্দে আছে ফল-মূল খাই ॥৩৫০
গুহকক পাচে বুলিলা বাণী ।
জটা বান্ধো আঠা দিয়োক আনি ॥
শুনিয়া গুহৰাজে আনি দিল ।
দুয়ো ভাই মাথে জটা বান্ধিল ॥৩৫১
গুহৰাজে নৌকা আনি দিল ।
গঙ্গাৰ পাৰ হৈবে উঠিলন্ত ॥
গুহ সুমন্ত্ৰয়ে চাহিয়া আছয় ।
শোকে দুয়ো ভুমি লুটি কান্দয় ॥৩.২
যাহা যাহা ৰামে বাক্য বোলন্ত ।
ৰথৰ ঘোৰা শোকে চিঁহৰন্ত ॥
ৰামে গৈয়া যেবে সিপাৰ পালাই ।
তেবেসে সুমন্ত্ৰ গুহ চলিলা ॥৩৫৩
শুনিয়ো যত সভাসদগণ ।
ৰামৰ চৰণে দিবোক মন ॥

ইলোকে সিলোকে ৰামেসে গতি ।
অনন্তে কহে মহা মূঢ় মতি ।
জানিয়া তেজিয়োক আন কাম ।
সমস্ত লোকে বোলা ৰাম ৰাম ॥৩১৪



ঘোষা ॥ সীতাপতি ৰাম দুর্ব্বাদল শ্যাম ।
ভকত জনৰ গতি তুমি পূর্ণকাম ॥

পদ ।

ৰাম লক্ষ্মণ সীতা গঙ্গা পাৰ ভৈলা ।
আগত লক্ষ্মণ সীতা মধ্যত কৰিলা ॥
ধনু শৰ ধৰি ৰামচন্দ্র পাচ ভৈলা ।
বনে বনে গঙ্গাৰ কাষেৰে চলি গৈলা ॥৩১৫
কতদূৰ যান্তে গঙ্গা স্নান কৰিলন্ত ।
মৃগগোট দেখি লখমণে মাৰিলন্ত ॥
সীতায়ে ৰান্ধিলা তাক ৰামত অর্পিলন্ত ।
ভোজন কৰিয়া ভৈতে ৰাত্রি ৰঞ্চিলন্ত ॥৩১৬
প্রভাতে উঠিয়া লৰিলন্ত তিনিজন ।
গধূলি পাইলন্ত ভৰদ্বাজৰ আশ্রম ॥

দেখি ভৰদ্বাজে কৰিলন্ত সতকাৰ।
স্তুতি নতি কৰি পূজা কৰিলা বিস্তৰ ॥৩৫৭
একসক আসিলা প্ৰভু বনৰ ভিতৰ।
শুনি ৰামে দেৱে কহিলন্ত নিৰন্তৰ ॥
যেন মতে কৈকেয়ী ভৰতে ৰাজ্য দিলা।
সত্য-পাশে বান্ধি বন বাসক খেদিলা ॥৩৫৮
সি সব বৃত্তান্ত ভৰদ্বাজত কৈলন্ত।
কৈত বঞ্চিবহোঁ বুলি ৰামে পুছিলন্ত ॥
ভৰদ্বাজে কৈলা নিজ আশ্ৰমৰ কথা।
শ্ৰীৰামে বোলন্ত উপদ্ৰব হৈব এথা ॥৩৫৯
নিৰ্জ্জন স্থানক উপদেশ দিয়ো ঋষি।
জলে স্থলে বঞ্চোঁ যেন পৰম হৰিষি ॥
হেন শুনি ভৰদ্বাজে বুলিলা বচন।
চিত্ৰকূট গিৰি আতি পৰম শোভন ॥৩৬০
যাত মোক্ষ সাধে মুনি সব অপৰ্য্যন্ত।
তাতে বঞ্চিয়োক প্ৰভু ৰাম ভগৱন্ত ॥
হেন শুনি ৰামে ভৰদ্বাজক সাদৰি।
ঋষি উপদেশে প্ৰভু গৈলা ৰঙ্গ কৰি ॥৩৬১
ভেলা বান্ধি যমুনাৰ পাৰ হৈলা হেলে
বটবৃক্ষ পাই আদৰিলা কতূহলে ॥
কত দূৰে গৈয়া পাইলা নীল নামে বন
তাতে ৰহি মৃগ মাৰি আনিলা লক্ষ্মণ ॥৩৬২

বন্ধন কৰিয়া পাছে তিনিয়ো ভুঞ্জিলা ।
নিশি উপস্থিতে তৃণ শয্যাত শুতিলা ॥
প্ৰভাততে উঠি স্নান সন্ধ্যা কৰিলন্ত ।
কতো বেলি গৈয়া চিত্ৰকূট পাইলন্ত ॥৩৬৩
পৰম শোভন গিৰি চিত্ৰকূট স্থান ।
নানা পুষ্পচয় আছে তাত বিদ্যমান ॥
কেতকী-মালতী-গুটিমালী-নাগেশ্বৰ ।
আসম্বাৰ গন্ধে আমোদিত নিৰন্তৰ ॥৩৬৪
সীতাক দেখান্ত প্ৰভু ৰাম ভগৱন্ত ।
দেখা দেখা সীতা বান্ধে কেনে ৰম্যস্থান ॥
আম-জাম লেবু-জৰা জামিৰ কৰ্দ্দই ।
যতেক উত্তম ফল ইহাতে আছয় ॥৩৬৫
মহা মহা ঋষি আছে আত কৰি থান ।
ৰম্ভাসমে মণ্ডিত দেখিয়ো বিদ্যমান ॥
ইহাতে থাকিবো আমি সব মন ৰঙ্গে ।
তুমি সমে কাল খপিবহোঁ ৰঙ্গে-ঢঙ্গে ॥ ৩৬৬
শুনিবো ঋষিৰ হৰিনাম বেদ ধ্বনি ।
আমিয়ো থাকিবো গীতা-ভাগৱত শুনি ॥
এহি বুলি প্ৰভু চিত্ৰকূট গিৰিতটে ।
স্থান কৰিলন্ত বহে জাহ্নবী নিকটে ॥৩৬৭

ৰঙ্গে-ঢঙ্গে—আনন্দে, অতি আমোদে ।

দুই খানি গৃহ দুই ভাই নির্ম্মিলন্ত ।
বৃক্ষ পত্র দিয়া ভালমতে চাইলন্ত ॥
ধবল সুগন্ধী গঙ্গা-তীৰ মাটি আনি ।
দুই খানি ঘৰ সীতা লিপিলা আপুনি ॥৩৬৮
চোতালক নির্ম্মাণ কৰিলা সুশোভন ।
আৰ আগে কৰিলন্ত তুলসী ৰোপণ ॥
চাৰি গুটি কাণ্ডিক কৰিলন্ত ভাল কৰি ।
আপুনিয়ে মাটি তুলি ৰাঘৱ মুৰাৰি ॥৩৬৯
শ্রীৰামে বোলন্ত বাপু লক্ষ্মণ ভৈয়াই ।
নৱ গৃহ লৈলে হৰি পূজিবে লাগয় ॥
ফল মূল ফুল আনা বনত বিচাৰি ।
কৃষ্ণসাৰ মৃগ বাপু আনিয়োক মাৰি ॥৩৭০
হেন শুনি মৃগ মাৰি লক্ষ্মণে আনিলা ।
সীতায়ে ৰান্ধিলা ৰামে ঈশ্বৰ যজিলা ॥
এহিমতে নৱ ঘৰ লইয়া শ্রীৰাম ।
জানকী লক্ষ্মণ সমন্বিতে পূর্ণকাম ॥৩৭১
বঞ্চিলন্ত তাহাতে আনন্দে তিনি জন ।
মৃগ মাৰি দিনে দিনে আনন্ত লক্ষ্মণ ॥
ফল মূল আনিবাক যান্ত বন মাজ ।
সীতা সমে ৰতি ৰঙ্গে থাকে ৰঘুৰাজ ।৩৭২

কাণ্ডি—কাঠি, পিৰালি

ৰাম সীতা লক্ষ্মণৰ কথা আবে খণ্ড।
অযোধ্যাৰ কথা যেন ভৈলা তাক কওঁ ॥
গুহ সুমন্ত্রক যেবে ৰামে এৰিলন্ত।
কান্দি কান্দি দুয়ো দুই নগৰে গৈলন্ত ॥৩৭৭
শুনিয়োক ৰামৰ চৰিত্র নৰনাৰী।
শ্রীৰাম চৰিত্র নিজ জীৱ উপকাৰী ॥
এতেকে আপোন হিত শুনা অবিশ্রাম।
কহয় অনন্তে সবে বোলা ৰাম ৰাম ।৩৭৪

ঘোষা ॥ সীতাপতি ৰাম কৰহোঁ প্রণাম

পদ।

সুমন্ত্র পাইলেক অযোধ্যাক।
সবে লোকে দেখিলেক তাক ॥
ৰামক নেদেখি নৰনাৰী।
পৰি পৰি কান্দে গেৰি পাৰি ॥৩৭৫
মন্ত্রীক পাৰয় সবে গালি।
পাপী ভৰতৰ ভাৰী খালি ॥
এতেকেসে থৈলিনি বনত।
সুখে আবে থাক নগৰত ॥৩৭৬

পাছে অন্তঃপুৰ পৰবেশ।
বাদ্য ভণ্ড নাহি লৰ্ণ লেশ ॥
সিংহাসনে আছে দশৰথ।
দেখে মন্ত্ৰী আনিলেক ৰথ ॥৩৭৭
ৰামক নেদেখি মূৰ্চ্ছা গৈলা।
মন্ত্ৰীয়ো বিকল আতি ভৈলা ॥
কৌশল্যা সুমিত্ৰা দুই জন।
কান্দিবে ধৰিলে তেতিক্ষণ ॥৩৭৮
ৰাজাক বিকল দেখিলন্ত।
কৌশল্যায়ে মূৰ্চ্চিত ভৈলন্ত ॥
ক্ৰন্দনৰ ৰোলেক উঠিল।
দশৰথ চেতন লভিল ॥৩৭৯
মন্ত্ৰী কৰিলেক প্ৰণিপাত।
ধীৰে ধীৰে পুছিলন্ত তাত ॥
প্ৰাণ পুত্ৰ ৰাম-বাৰ্ত্তা কহ।
ৰাম মোৰ পিতৃ পিতামহ ॥৩৮০
ৰাম মোৰ ধন জন প্ৰাণ।
হেন পুত্ৰ আছে কোন থান ॥
সুলক্ষিণী ৰাজাৰ জীয়াৰী।
পদ্ম পত্ৰ সম যাৰ ভৰি ॥৩৮১

---

বিকল—ব্যাকুল।

কিমতে কণ্টক বনে ফুৰে।
মন্ত্ৰী মোত কহিয়ো সত্বৰে ॥
প্ৰাণৰ সমান লখমাণ।
তাক এৰি ধৰিবো জীবন ॥৩৮২
সিটো পুত্ৰ মোৰ কিবা কৰে।
শুন মন্ত্ৰী কহিয়ো সত্বৰে ॥
মন্ত্ৰী পাছে সমস্ত কহিলা।
যেন মতে গুহে লাগ পাইলা ॥৩৮৩
বৰ আঠ গুহে আনি দিলা।
দুয়ো ভাই জঁটা নিৰুপিলা ॥
বুলি মাতি পঠাইলন্ত মোক।
পিতৃ মাতৃ তেজন্তোক শোক ॥৩৮৪
আমাসাক দেখিবা সাক্ষাত।
শাস্ত্ৰে গৃহে হৈবো উপগত ॥
এহি বুলি নাৱে চৰিলন্ত।
পাৰ হুয়া গঙ্গাক গৈলন্ত ॥৩৮৫
গুহে মই মহা দুখ কৰি।
আসি পাছে ভৈলোহোঁ নগৰী ॥
এহি বুলি মন্ত্ৰী মৌন ভৈলা।
শুনি দশৰথ মূৰ্চ্ছা গৈলা ॥৩৮৬

---

* কম্পনা— হৈহাৰ কৰিলে।

কতোক্ষণে লভিলা চেতন ।
সুমন্ত্রক বুলিলা বচন ।
পুত্রশোকে মোর প্রাণ পরে ।
রাম পাশে নিয়োক সত্বরে ॥৩৮৭
মন্ত্রী পাছে আশ্বাসি বুজাইলা ।
নিশি উপস্থিতে রাজা শুইলা ॥
কতো নিশা যাত্তে উঠিলন্ত ।
রাম রাম বুলি ফোকারন্ত ॥৩৮৮
কৌশল্যা সুমিত্রা দুইজন ।
দুইকো জগাই তুলিলা তেখন ॥
পূর্ব্বত যিমতে শাপ ভৈলা ।
দুই হস্তত সমস্তে কহিলা ॥৩৮৯
সেহি শাপ ভৈল উপস্থিত ।
পুত্রশোকে মরহোঁ নিশ্চিত ॥
হৃদি মোর কাম্পে ঘনে ঘন ।
স্মরণ হরিল মোর মন ॥৩৯০
স্ব-পুত্র পিশাচে আলিঙ্গয় ।
মৃত্যু মোর মিলিব নিশ্চয় ।
হরি হরি শ্রীরাম পুত্রক ।
মৃত্যুকালে নেদেখিলোঁ তাক ॥৩৯১
বনবাস তরি আসিবন্ত ।
অযোধ্যাত নৃপতি হৈবন্ত ॥

সিটো আনন্দৰ মহোদয় ।
তুমি সবে দেখিবা নিশ্চয় ॥৩৯২
মই পাপী নেদেখোঁ নিশ্চিত ।
বিধি মোক কৰিলে বঞ্চিত ॥
এহিমতে কান্দি কান্দি ৰায় ।
বোলে দুই মহাদৈক চাই ॥৩৯৩
পুত্ৰশোকে মোৰ যায় প্ৰাণ ।
দুয়ো ৰাঙ্ক সুমৰাস্ত নাম ॥
কতোক্ষণে ৰাজা সুস্থ ভৈলা ।
পুনৰ্ব্বাৰ শয়ন কৰিলা ॥৩৯৪
কৌশল্যা সুমিত্ৰা শুতিলন্ত ।
নিদ্ৰাতে নৃপতি মৰিলন্ত ॥
প্ৰভাতে দেখয় সব লোকে ।
ৰাজা মৰিলন্ত পুত্ৰ শোকে ॥৩৯৫
বশিষ্ঠাদি পাত্ৰ আসিলন্ত ।
নৃপতিক তৈলত থৈলন্ত ॥
শীঘ্ৰে আসিলন্ত দূতগণ ।
শিখায়া পঠাইলা তেতিক্ষণ ॥৩৯৬
ৰাজ-আজ্ঞা কৈয়া নিৰন্তৰে ।
ভৰতক আনিয়ো সত্বৰে ॥
শুনিয়োক সভাসদ গণে ।
বিষয়ৰ মুখ দেখা কেনে ॥৩৯৭

ৰাজা দশৰথ-ৰাজ্য ভাৰ ।
একেদিনে হৈল ছাৰ খাৰ ।
তাক তেজি ভজা ৰাম পাৱ ।
ৰাম ৰাম ঘুষিয়ো সদায় ॥৩৯৮

---

ঘোষা ॥ ৰাম ৰঘুপতি প্ৰভু নাৰায়ণ
তুমি নিত্য নিৰঞ্জন ।
তযু পাদপদ্ম-মকৰন্দ আশে
পশিলোঁ হেৰা শৰণ ॥

দুলড়ী ।

পাছে দূতগণ গৈলা তেতিক্ষণ
ভৰতক আনিবাক ।
গিৰি ব্ৰজপুৰে আছন্ত ভৰত
কহিলে ৰাজ আজ্ঞাক ।
শুনিয়া কুমৰে উঠিয়া সত্বৰে
মাতুলক সেৱা কৰি ।
উতপাত দেখি মনে শঙ্কা কৰি
আসিলা অযোধ্যাপুৰী ॥৩৯৯

বাদ্য ভণ্ড একো মহোৎসৱ নাই
দেখি ভৈলা মনে দুখ।
ভৰতক দেখি অযোধ্যাৰ প্ৰজা
সবে হোৱে অধোমুখ ॥

তাহাক লক্ষিয়া অন্তঃপুৰে গৈয়া
ৰাজাক চান্ত বিচাৰি।
পিতৃক নাপায়া মাতৃক দেখিয়া
নমিলা পৰি সাদৰি ॥৪০০

কৈকেয়ী পুছিলা পিতৃ-ঘৰ কথা
সমস্ত তাক কহিলা।
বাপক নেদেখি বিকল স্বভাৱে
মাতৃত পাছে পুছিলা ॥

সমস্ত বৃতান্ত কৈকেয়ী কহিলা
পিতৃ ভৈল তোৰ নাশ।
তোৰ ৰাজ্য হেতু মই সে খেদিলে।
ৰাম গৈল বনবাস ॥৪০১

শুনি ভৰতৰ চুক্ষতি হৰিল
মাটিত পৰিল ঢলি।
চেতন লভিয়া মাতৃক দেখিয়া
পাৰিলা বিস্তৰ গালি ॥

ভৰত আসিল জানি বশিষ্ঠাদি
পাত্ৰগণ আসি ভৈলা ।
চৌদলাত নিয়া ৰাজাক দহিয়া
প্ৰেতৰ কাৰ্য্য কৰাইলা ॥৪০২
সবেয়ো বোলয় তুমি ৰাজা হুয়া
পৃথিবী খণ্ডক পালা ।
শুনিয়া ভৰতে ক্ৰোধে বুলিলন্ত
তোৰাৰ সম্মত ভালা ॥
কি বুলিবো কিছু কাৰো দোষ নাই
মোৰ মাতৃ ভৈল কাল ।
শ্ৰীৰামক গৈয়া সবে ধৰি আনো
সাজিয়োক এহি ভাল ৪০৩
শুনি পাত্ৰগণে প্ৰশংসা কৰিয়া
গজ-বাজী সাজিলন্ত ।
কৌশল্যা প্ৰমুখ্যে যত মহাদই
আনান্দে সবে গৈলন্ত ॥
গঙ্গাতীৰ পায়া গুহক লভিয়া
তাৰ নাৱে পাৰ ভৈল ।
তান উপদেশে চলিলা নিমিষে
ভৰদ্বাজ থান পাইল ॥৪০৪

---

চৌদলা—খাটোলা ।

সিটো ৰাত্রি সম- স্তকে ভৰদ্বাজে
ভালমতে অর্চ্চিলন্ত।
ঋষি-উপদেশে যমুনা তৰিয়া
চিত্রকূট দেখিলন্ত ॥
নমো নমো ৰাম তুমি পূর্ণকাম
জগত ঈশ্বৰ স্বামী।
তোমাৰ সেৱাত পশুপক্ষী যত
সি ভৈল বৈকুণ্ঠ গামী ॥৪০৫
পিতৃৰ বচন শিৰৰ ভূষণ
কৰিয়া থৈলাহা পথ।
তুমি প্রভুৰাম গুণে অনুপম
লীলায়ে বিহিলা যত ॥
তুমি সম প্রভু কৃপা-নিধি নাই
কৰিয়ো কৃপা শ্রীৰাম।
অনন্তে বোলয় সভাসদচয়
ডাকি বোলা ৰাম ৰাম ॥৪০৬

---

চলচ্চিত্তং চলদ্বিত্তং চলজ্জীৱন যৌবনম্।
চলাচলমিদং সর্ব্বং কীর্ত্তি যস্য স জীৱতি ॥

ঘোষা ॥ৰাম ৰঘুপতি, ৰাঘৱ ৰঘুপতি ॥

পদ।

ৰাম লখমণ সীতা চিত্রকূট বনে।
পিতৃবাক্য পালি আছে আনন্দিত মনে ॥

প্ৰভাতে লক্ষ্মণ যান্ত মৃগ মাৰিবাক ।
ফল মূল যিবা পান্ত বিচাৰন্ত তাক ॥৪০৭
শ্ৰীৰাম জানকী দুয়ো আনন্দে থাকন্ত ।
নানা পৰিহাসে প্ৰভু সীতাক তোষন্ত ॥
ক্ষণেখেলন্ত পাশা ক্ষণোহো গুটি মালি ।
হাৰিলে সীতাৰ বস্ত্ৰ লয় আকোৱালি ॥৪০৮
ৰাম সীতা ক্ৰীড়া কৰে চিত্ৰকূট বনে ।
শচীসমে দেৱৰাজ যেহেন নন্দনে ॥
একদিনা ৰতি ৰঙ্গে ৰাম শ্ৰান্ত ভৈল ।
সীতাৰ কোলাতে শিৰ দিয়া নিদ্ৰা গৈল ॥৪০৯
উদাস শৰীৰ দেখি হুয়া কামাতুৰ ।
সীতা তন ঘাত কৰিলেক দুষ্ট কাউৰ ॥
চেতন লভিয়া প্ৰভু লই কুশ বাণ ।
হানিয়া নাশিলা তাৰ ডাইন চক্ষু কাণ ॥৪১০
সীতা দুখ দেখি নিজ হাতে অৰ্চ্চিলন্ত ।
ঘাৱ বেথা গুচি আনন্দেতে থাকিলন্ত ॥
মনশিলাৰ ফোঁট সীতায়ে পিন্ধিলা ।
আলিঙ্গন্তে ৰামৰ হৃদয়ে সঞ্চৰিলা ।৪১১
তাক দেখি সীতাসতী হাসি বুলিলন্ত ।
মুচিয়ো লক্ষ্মণে আসি দেখি হাসিৱন্ত ॥
শ্ৰীৰামে বোলন্ত বান্ধে দোষ নাহি কয় ।
ভকতৰ অন্নশেষ পৱিত্ৰ হোৱয় ॥৪১২

এহিমতে হাসে পৰিহাসে দিননেন্ত ।
চিত্রকূট থান আতিশয় প্রশংসন্ত ॥
জাহ্নবীৰ বায়ু লাগে সুশীতল আতি ।
কেন ৰম্যস্থান দেখিয়োক সীতা সতী ॥৪১৩
আক দেখি অযোধ্যাৰ সুখ পাসৰিলোঁ ।
চিত্রকূট পায়া অতি আনন্দিত ভৈলোঁ ।
নানাবিধ মৃগ পক্ষীগণে কৰে ৰাৱ ।
সুগন্ধী সমীৰে উপজাৱে কাম ভাৱ ॥৪১৪
এহিসব কথা কহি সীতায়ে সহিত ।
শ্রীৰাম লক্ষ্মণ সীতা আছন্ত তহিত ॥
সেহিবেলা ভৰতে পাইলন্ত গৈয়া স্থান ।
লোকৰ কোঢ়াল শুনিলন্ত বিদ্যমান ॥৪১৫
লক্ষ্মণক চাই পাছে ৰামে বুলিলন্ত ।
মৃগ মাৰিবাক কোন ৰাজা আসিছন্ত ॥
জানি আসিয়োক শীঘ্রে লক্ষ্মণ ভৈয়াই ।
শুনিয়া লক্ষ্মণ বৃক্ষে চৰিলন্ত যাই ॥৪১৬
ভৰত আসয় হেন জানি তেতিক্ষণ ।
ৰামৰ আগত আসি বুলিলা বচন ॥
শুনিয়োক প্রভু ৰাম ভৰতৰ কায ।
মায়েকৰ হাতে কাঢ়ি লৈলে সব ৰাজ ॥৪১৭
তথাপি দুর্জ্জন মনে ক্ষমা নকৰিল ।
তোমাক মাৰিবে লাগি সাজিয়া আসিল ॥

শ্ৰীৰামে বোলন্ত বাপু সুবুলিবি হেন।
তই যেন প্ৰাণ ভাই সিয়ো মোৰ তেন। ৪১৮
মোকেসে নিবাক লাগি আসে ভৰতাই।
বনে থাকি ৰাজ্য মোক দিবে অভিপ্ৰায়॥
এতেক বোলন্ত আসি পাইল তেতিক্ষণ।
ভৰত সুমন্ত্ৰ গুহ এহি তিনি জন॥৪১৯
ৰামক দেখিলা আসি তৃণ গৃহান্তৰে।
দণ্ডৱতে পৰি নমিলন্ত তিনি বীৰে॥
আতিশয় সন্তাপ দেখিয়া ভৰতৰ।
আশ্বাসিয়া তুলি বসাইলন্ত ৰঘুবৰ॥৪২০
বাৰ্ত্তা পুছিলন্ত প্ৰভু ৰাম ৰঘুনাথ।
অযোধ্যাৰ কথা সবে কহিলা ভৰত॥
তুমি এৰিলাত ছয় দিন অনন্তৰে।
তযু শোকে প্ৰাণ তেজিলন্ত নৃপবৰে॥৪২১
পিতৃ-বধ শুনি ৰামে শোকে কান্দিলন্ত।
স্নান কৰি পিণ্ড দিবে গঙ্গাক গৈলন্ত॥
তিনিয়ো পিতৃক তৰ্পি থানে আসি ভৈলা।
তিন্তাছালে শোকে কান্দি তিনিয়ো ৰহিলা॥৪২২
কৌশল্যা সুমিত্ৰা যত ৰাজাৰ মহিষী।
যত প্ৰজা বশিষ্ঠাদি তেবে ভৈলা আসি॥

মায়েক --মাক।

কুলগুৰু বশিষ্ঠক তিনিয়ো নমিলা।
কৌশল্যা প্ৰমুখ্যে মাতৃ সবকো বন্দিলা ॥৪২৩
সবেয়ো বসিলা ৰাম চন্দ্ৰক আগুৰি।
ভৰতে বুলিবে লৈলা কৰযোৰ কৰি ॥
শুনিয়োক প্ৰভু ৰাম জগত নিবাস।
পিতৃবাক্য পালি আমি খপোঁ বন-বাস ॥৪২৪
সমস্ত লোকৰ প্ৰভু প্ৰাণ ৰাখিয়োক।
আপুনিয়ে ৰাজা হুই প্ৰজা পালিয়োক ॥
দেখিয়োক কৌশল্যা মাতৃৰ দুখ কেনে।
তোমাৰ সন্তাপে আই ভৈলা মৰা যেনে ॥৪২৫
দাৰুণী কৈকেয়ী দেখিয়োক মোৰ মায়।
আপুনি আসিছে সবে নিবে তযু ঠাই ॥
চলিয়ো চলিয়ো প্ৰভু হুইয়া সন্তোষ।
মই পাপিষ্ঠৰ কাযে ভৈল সবে দোষ ॥৪২৬
পাত্ৰগণো বুলিলন্ত বিস্তৰ বুজাই।
তথাপিতো ৰামৰ চলিবে ইচ্ছা নাই ॥
গঙ্গাদি অনেক নদী সমুদ্ৰে পৰয়।
তথাপিতো যেন সমুদ্ৰৰ ক্ষোভ নাই ॥৪২৭
ৰাম পাছে সমস্তকে বুলিলা বচন।
শুনিয়ো ভৰত শুনিয়োক পাত্ৰগণ ॥
কদাচিতো মই পিতৃবাক্য নলাৰিবো।
মিছা ৰাজ্য ভোগ অৰ্থে ধৰ্ম্মক নেৰিবো ॥৪২৮

উপাদ্রব বিস্তৰ নকৰা তুমি সবে।
মোহোৰ শপত লাগে নোযোৱাহা এবে ॥
ৰামৰ নিশ্চয় শুনি আশা ভঙ্গ ভৈলা।
সমস্তে কোঢাল কৰি কান্দিবাক লৈলা ॥
ভৰতে দুখানি পানৈ মাথাত লৈলন্ত।
আজ্ঞা লৈয়া শ্ৰীৰামৰ অযোধ্যা গৈলন্ত ॥
অযোধ্যাত নাথাকিয়া নন্দিগ্ৰামে গৈলা।
পানৈ সিংহাসনে থৈয়া আজ্ঞাকৰি বৈলা ॥৪৩০
শুনিযোক সভাসদ ৰামায়ণ কথা।
ইহেন মানব জন্ম নকৰিয়ো বৃথা ॥
ৰামেসে সমস্তে পুৰিবেক মন-কাম।
মূৰখ অনন্তে কহে বোলা ৰাম ৰাম ॥৪৩১

---

## ঘোষা ॥ ত্ৰাহি ত্ৰাহি ৰাঘৱ চৰণ দিয়ো বান্ধৱ ॥

পদ।

ভৰতে ৰামৰ ব্ৰত আচৰি
ৰহিলা শিৰে জোটা জুট ধৰি ॥
শত্ৰুঘ্নে অযোধ্যাত থাকিয়া।
বৈলা মাতৃগণ প্ৰবোধ দিয়া ॥৪৩২

কেতিক্ষণ যাইবে চৈধ্য বৰিষ ।
প্ৰজাৰ মনত নাহি হৰিষ ॥
ইকথা আৰে এহি মানে থওঁ ।
বাঘৰে যেন কৰিলন্ত কওঁ ॥৪৩৩
শ্ৰীৰামে বোলন্ত শুনা লখাই !
ব্যাঘ্ৰি জানো আসে ভৰতাই ॥
গুচিয়া আন থানে যাওঁ চলি ।
তিনিয়ো উঠিলন্ত এহি বুলি ॥৪৩৪
এৰাইলা নদী নদ বন যত ।
অত্ৰিৰ গৃহে ভৈলা উপগত ॥
দেখিয়া ঋষি আনন্দ পাইলা ।
আসন দিয়া বহু আদৰিলা ॥৪৩৫
বোলন্ত আমাৰ ইটো আশ্ৰম ।
আজিসে পৱিত্ৰ ভৈলা উত্তম ॥
জন্মৰো সাফল কৰিলো স্বামী ।
তোমাৰ চৰণ দেখিলোঁ আমি ॥৪৩৬
আজিসে ধৰিল তপস্যাৰ ফল ।
পিতৃদেৱ তুষ্ট ভৈলা সকল ॥
এহিমতে নানা স্তুতি কৰিলা ।
প্ৰভুয়ো ঋষিৰ পাৱ নমিলা ॥৪৩৭
অত্ৰিৰ ভাৰ্য্যায়ে সীতাক নিলা ।
তাহাঙ্ক নিজ অলঙ্কাৰ দিলা ॥

জানকীত জন্ম-বিহা সুধিলন্ত ।
সীতায়ো সমস্ত তান্ত কৈলন্ত ॥৪৩৮
আনন্দে ৰাত্রিগোট বঞ্চিলন্ত ।
প্ৰভাতে দণ্ডকা বনে গৈলন্ত ॥
বিস্তৰ ঋষি আছে একে ঠাই ।
ৰহিলন্ত ৰামে সিথানক পাই ।৪৩৯
সমস্ত ঋষিয়ে স্তুতি কৰিলা ।
শ্ৰীৰামে তাৰাক অভয় দিলা ॥
প্ৰভাতে তিনিজন উথিলন্ত ।
হাতে শৰ ধনু ধৰি গৈলন্ত ॥৪৪০
গহন বনক পাইলন্ত পাছে ।
দেখে এক গোটা ৰাক্ষস আসে ।
বিৰাধ ৰাক্ষস সিটো দুৰ্ব্বাৰ ।
পৰ্ব্বত সদৃশ শৰীৰ তাৰ ॥৪৪১
গাৱৰ বৰ্ণ আঙ্গাৰৰ নয় ।
বিকত মুখ দেখি লাগে ভয় ॥
দেখিয়া চণ্ড আতাসেক দিলা ।
সমস্ত ঋষিৰ হৃদি কম্পিলা ॥৪৪২
বিস্ময় হুয়া আছে চাই তাক ।
এক চাম্প দিয়া নিলে সীতাক ।
দেখিয়া ৰাঘৱে ক্ৰোধ কৰিলা ।
ঘোৰ শৰ মাৰি তাক পাড়িলা ॥৪৪৩

জানকীক থৈয়া স্তুতি বুলিলা।
শাপৰ বৃত্তান্ত সব কহিলা॥
তাহাক দহি পাছে দুই ভাই।
পাইলা শৰভঙ্গ আশ্ৰম যাই॥৪৪৪
ইন্দ্ৰে আসিছিলা তাঙ্ক নিবাক।
ৰামক দেখিয়া শীঘ্ৰে গৈলেক॥
ৰামক দেখি ঋষি ৰঙ্গ ভৈলা।
আগবাঢ়ি নিয়া আসন দিলা॥৪৪৫
জগত ঈশ্বৰ জানি হৰিষি।
বিস্তৰ স্তুতি বুলিলন্ত ঋষি॥
আজিসে ঈশ্বৰ কৃতাৰ্থ ভৈলোঁ।
তুমোৰ সংসাৰ-পাৰ পাইলোঁ॥৪৪৬
আবে প্ৰভু মোক আজ্ঞা দিয়োক।
এখনে চলি যাওঁ স্বৰ্গ লোক॥
ৰাম লক্ষ্মণ সীতা চাই আছন্ত।
দেহ এৰি ঋষি স্বৰ্গে গৈলন্ত॥৪৪৭
তৈৰ হন্তে যান্তে দেখিল পাছে।
ৰাক্ষসে ঋষিক খাইয়া আছে॥
আনো ঋষিগণ কৰন্ত ভয়।
তাৰাক ৰাঘৱে দিলা নিৰ্ভয়॥৪৪৮
পাইলন্ত পাছে সুতিখুৰ ঠাই।
আনন্দ ভৈলা দেখি মুনি ৰায়॥

অনেক সৎকাৰ কৰি পূজিলা ।
বিস্তৰ ফলে মূলে আদৰিলা ॥৪৪৯
ঋষিকো জতিনিনে নমিলন্ত ।
আনন্দে কিছুদিন বঞ্চিলন্ত ॥
পঞ্চ অপেস্বৰা সৰোবৰক ।
লভিয়া পাইলা বহু আনন্দক ॥৪৫০
নানান ঋষিৰ আশ্রম ঠাই ।
আনন্দে ফুৰন্ত প্রভু ৰঘুৰায় ॥
পুনহ স্নুতিখু আশ্রম আইলা ।
অগস্থিৰ থান তেন্তে কহিলা ॥৪৫১
শুনা সৰ্ব্বজন ৰাম কাহিনী ।
মনুষ্য তনু দৈবে দিছে আনি ॥
আক বৃথা কৰা কিনো বিবুদ্ধি ।
ৰাম ৰাম বুলি হুয়োক স্নুদ্ধি ॥৪৫২

---

ঘোষা ॥ ৰাঘৱ প্রভু ৰাম দুৰ্ব্বাদল শ্যাম
তুমি সৰ্ব্ব দেৱৰো দেৱতা অনুপাম ॥

পদ ।

ধীৰে ধীৰে অগস্থিৰ আশ্রমে চলিলা ।
সীতা লক্ষ্মণত ৰামে এক কথা কৈলা ॥

যেন মতে ইল্লল বাতাপা দুই ভাই ।
মায়ামেষ মাৰি ঋষিগণ মাৰি খাই ॥৪৫৩
পাছে অগস্থি দুইকো নির্ব্বাণ কৰিল ।
এহি কথা কহি তান আশ্ৰমে গেকিল ॥
অগস্থি দেখিলা প্ৰভু ৰাম আসিলন্ত ।
পৰম আদৰে আগ বাঢ়ি আনিলন্ত ॥৪৫৪
তিনিয়ো ঋষিৰ পাৱে প্ৰণাম কৰিলা ।
ঋষিয়ো আদৰে বসাই বুলিবে লাগিলা ॥
জগত ঈশ্বৰ তুমি বিষ্ণু অৱতাৰ ।
কি পুণ্যে দেখিলোঁ প্ৰভু চৰণ তোমাৰ ॥৩৫৫
জানিলোঁ পৱিত্ৰ হৈল আমাৰ আশ্ৰম ।
তুমি কৃপাময় প্ৰভু গুণে অনুপম ॥
নানা স্তুতি কৰি ফল মূলে অর্চ্চিলন্ত ।
দিব্য এক ধনুখণ্ড ৰামক দিলন্ত ॥৪৫৬
অক্ষয় তূণক দিলা শৰে পৰিপূর্ণ ।
অগস্থিয়ে বর্ণালা ধনুৰ যত গুণ ॥
কোনস্থানে বঞ্চো ৰামে পুছিলা বচন ।
অগস্থি বোলন্ত ভাল পঞ্চবটী বন ॥৪৫৭
তাহাঙ্ক প্ৰণাম কৰি ৰাম মহা ভাগ ।
কাতো বেলি যান্তে পালা জটায়ুক লাগ ।

.থ্র্কল—পালে ।

তেহেঁ চিনি মাতিলন্ত দেৱ ৰাঘৱক।
তোমাৰ পিতৃৰ সখী জানিবা আমাক ॥৪৫৮
শুনিয়া ৰাঘৱে কৰিলন্ত বহুমান।
তেতে সমন্বিতে গৈলা পঞ্চবটী বন ॥
গোদাবৰী জলে স্নান-পান কৰিলন্ত।
ফল মূল ভুঞ্জি সবে তৃপিতি ভৈলন্ত ॥৪৫৯
শ্ৰীৰাম লক্ষ্মণ থাকিলন্ত সেহি বনে।
জটায়ু আসিলা পাছে আপোনাৰ থানে ॥
ৰাম লখমণ সীতা পঞ্চবটী বনে।
ফল মূল ভুঞ্জি আছে আনন্দিত মনে ॥৪৬০
সেহি বনে ৰাৱণৰ ভগ্নী শূৰ্প নখী।
ফুৰন্তে ভ্ৰমন্তে তাই তাসম্বাক দেখি ॥
ৰামৰ সুন্দৰ ৰূপ দেখি ৰাক্ষসিনী।
ভৈলহুয়া লক্ষ্মীবেশ ধৰিলেক ধনী ॥৪৬১
হাসি হাঁসি আসি শ্ৰীৰামক বোলে বাক।
শুনিয়ো সুন্দৰ বৰ ভজিয়ো আমাক ॥
তোমাৰ লখিমী মই আসিলোঁ আপুনি।
ৰাৱণৰ বহিনী চপায়ো মোক জানি ॥৪৬২
মোহোৰ ৰমণী আছে তোক কাৰ্য্য নাই।
হেন শুনি সীতাক খাইবাক খেদি যাই ॥
দেখি ৰামে লক্ষ্মণক আদেশ কৰিলা।
লক্ষ্মণে ধৰিয়া নাক কাণক ছেদিলা ॥৪৬৩

তাই গৈয়া খৰ-দুষণৰ আগে কৈল।
সসৈন্যে ৰামক খেদি দুয়ো আসি ভৈল ॥
সৈন্যৰ কহ্লোল ৰোল বাদ্য ভণ্ড শুনি।
লক্ষ্মণক চাই ৰামে বুলিলন্ত বাণী ॥৪ ৪
দেখিয়ো লক্ষ্মণ হেৰা ঘোৰ যুদ্ধ ভৈল।
শূৰ্পনখী নাককাটী সবে কাৰ্য্য কৈল ॥
শীঘ্র কৰি গহ্বৰে সীতাক লৈয়া যায়ো।
জানকীক ভালে ৰাখি আপুনি থাকিয়ো ।৪৬৫
মই সব ৰাক্ষসৰ বলক সংহৰোঁ।
সমস্ত ঋষিৰ আজি শূলক উদ্ধাৰোঁ ॥
এহি বুলি ভকত বৎসল ভগৱন্ত।
চৈধ্যয় সহস্র ৰাক্ষসক মাৰিলন্ত ॥৪৬৬
ঘোৰ যুদ্ধে খৰ দুষণৰ লৈলা প্ৰাণ।
দুইৰো পতনে ভূমি তলবলমান ॥
যেতিক্ষণে খৰ-দুষণ পৰি গৈলা।
বাদ্য ভণ্ড মহোৎসৱ দেৱতাৰ ভৈলা ॥৪৬৭
জয় জয় ৰাম বুলি পুষ্প বৰষিলা।
প্রভুৰামে জানকী লক্ষ্মণ লাগ লৈলা ॥
শূৰ্পনখী দেখি খৰ-দুষণ পড়িল।
ৰাৱণৰ পাশে তাই কান্দতে লড়িল ॥৪৬৮

নাককাটী—নিলাজা

ভাতৃৰ বধত পাপিনীৰ কষ্ট মন।
ৰাৱণৰ আগে গৈয়া ভৈলা উতপন ॥
কাণ নাক কাটা দেখি ৰাৱণ বিস্ময়।
কোনে দণ্ড কৰিলেক বুলিয়া পোচয় ॥৪৬৯
তাই বোলে দুগোটা তপস্বী বনে আছে।
ভুৱন মোহিনী কন্যা আছে দুইৰ কাষে ॥
তোমাক লাগিয়া আনিবাক গৈলো যেদি।
দেখিয়ো খেদালে মোৰ নাক কাণ ছেদি ॥৪৭০
মই যাই খৰ-দুষণত দিলো জ্ঞান।
ঘোৰ যুদ্ধে দুইকো মাৰিলে সেহি থান ॥
চৈধ্যয় সহস্ৰ ৰাক্ষসৰ লৈলে প্ৰাণ।
সি দুইক মাৰি দদা কন্যা গোট আন ॥৪৭১
সি কথাক শুনিয়া ৰাৱণ কামাতুৰ।
খৰ-দুষণৰ শোক কৰিলেক দূৰ ॥
ৰাম কথা শুনি তেজিয়োক আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥৪৭২

---

জ্ঞান—জাননী, বাতৰি।

কৰ্ম্মনা বাধ্যতে বুদ্ধিৰ্ন্ন বুধ্যা কৰ্ম্ম বাধ্যতে।
সুবুদ্ধিৰপিৰামোঽয়ং হৈমং হৰিণমন্বগাৎ॥

ঘোষা॥ ৰাম দীন-বন্ধু, ৰাঘৱ দীন-বন্ধু॥

পদ।

তেতিক্ষণে আসি ভৈলা মাৰীচৰ ঠাই।
সীতা হৰোঁ মমাই মোৰ হুয়োক সহায়॥
মাৰীচে বোলয় তোৰ কট-কটায় ঘাৰ।
যাৰ শৰে মোক আনি পেলাইল ইপাৰ॥৪৭৩
তাহান ভাৰ্য্যাক তই হৰিবাক চাস।
কিয় পাপী দিন দুপৰতে চক্ষু খাস॥
এখনে পালটি চল শুনৰে ৰাৱণ।
ৰামক জোঙ্কাস কিয় যমে দি শৰণ॥৪৭৪
হেন শুনি ৰাৱণে বুলিল খৰবাণী।
এতিক্ষণে কাটি তোক থম খাণ্ডা হানি॥
যাইবি নযাইবি কহ মোহোৰ আগত।
মাৰীচে গুণয় মৰোঁ ৰামৰ হাতত॥৪৭৫
এহি বুলি লড়ি গৈলা দণ্ডকাৰ বন।
সুবৰ্ণৰ মৃগগুটি ভৈল তেতিক্ষণ॥
সুবৰ্ণে মাণিকে তনু ভুমুকা ভুমুকি।
তেতিক্ষণে দেই দেখা তেতিক্ষণে লুকি॥৪৭৬

---

কটকটায়—খুজুৰায়। খৰবাণী—টান কথা।

হেনয় প্ৰকাৰে চৰে সীতাৰ আগত ।
দেখি সীতা খুজিলন্ত ৰামৰ পাৰত ॥
জীৱন্তে ধৰিয়া দিয়ো মুহি তাৰ ছাল ।
শুনন্তে ৰামৰ হাঁসি উঠিল তত্‌কাল ॥৪৭৭
ৰামক দেখিয়া দূৰ গৈল বৰ বেগে ।
ৰামে দেখি শৰ কৰিলন্ত সেহি ছেগে ॥
প্ৰাণ যান্তে লখাই বুলি আতাসেক দিলা ।
আসিয়ো ৰাক্ষসে খাই সীতায়ে শুনিলা ॥৪৭৮
স্বামীক ৰাক্ষসে খাই বুলি ভয় ভৈলা ।
শীঘ্ৰে যায়ো বাপু বুলি আদেশ কৰিলা ॥
লক্ষ্মণে সীতাক পাছে বুলিলা নিৰ্ভয় ।
ত্ৰিভুবনে শ্ৰীৰামৰ নাহি কতো ভয় ॥৪৭৯
হেন শুনি সীতা ক্ৰোধে বুলিলা বচন ।
জানিলোহোঁ পাপী তোৰ মহা দুষ্ট মন ।
আমাক নিৰ্ভয় দিয়া ৰামক বঞ্চস ।
এহি কাৰ্য্যে পাপী তই লগত আছস ॥৪৮০
তই যাক আশা কৰ মই তেনে নহোঁ ।
ৰাম বিনে প্ৰাণক তেজিবো সত্যে কহোঁ ॥
এহি বুলি ক্ৰন্দন কৰয় দীৰ্ঘ স্বৰে ।
ভূমি চুই কৰ্ণে দিয়ে লক্ষ্মণ কুমৰে ॥৪৮১
অনেক ধিক্কাৰ বাক্য সীতাক বুলিলা ।
পাছে আজ্ঞা লৈয়া শ্ৰীৰাম-পাশে গৈলা ॥

ৰাৱণে আছয় চাই গৈলেক লক্ষ্মণ।
তপস্বীৰ বেশে আসি ভৈল তেতিক্ষণ ॥৪৮২
বেদ পঢ়ি আশীস দিলেক বাহু তুলি।
যি কিছু আছয় ভিক্ষা আনি দিয়ো বুলি ॥
তপস্বী বোলয় ইটো দুৰ্ঘোৰ বনত।
কি কাৰণে আছা কেহোঁ নাহিকে লগত ॥৪৮৩
কোন বিধি তোমাৰ ৰূপক স্ৰজিলেক।
জগতৰ ৰূপ আনি তোমাতে থৈলেক ॥
কাহাৰ জীয়াৰী তুমি কাহাৰ ঘৰিণী।
কিবা নাম তোমাৰ কহিয়ো সুলক্ষণী ।৪৮৪
জনক নন্দিনী মই নাম মোৰ সীতা।
দশৰথ পুত্ৰ শ্ৰীৰামৰ বিবাহিতা ॥
পিতৃবাক্য পালি ৰাম বনে আসিলন্ত।
লক্ষ্মণ সহিতে মৃগ মাৰিবে গৈছন্ত। ৪৮৫
আসিলেত ফলে-মূলে পূজিব চৰণ।
খানিক বিলম্ব কৰিয়োক মহাজন ॥
উদবেগ মনে সিটো বোলে খৰ কৰি।
তপস্বী নুহিকো মই জানিবা সুন্দৰী ॥৪৮৬
জগতে ৰাৱণ যাক শুনি আছা কাণে।
যাহাৰ সমান বড় নাহি ত্ৰিভুৱনে ॥

ঘৰিণী—ঘৈণী।

হেনয় ৰাৱণ আসি ভৈলোঁ। তযু পাস।
ৰামক তেজিয়া বান্ধে কৰ মোত আশ ॥৪৮৭
যত পটেশ্বৰী মোৰ হব তোৰ দাসী।
যেহি খোজ সেহি দিবো থাকিবো উপাসি ॥
মানুষ ৰামক বাৰ্দ্ধে দূৰে পৰিহৰ।
মই সমে যুগে যুগে ৰাজ্য ভোগ কৰ ॥৪৮৮
হেন শুনি ক্ৰোধে সীতা বুলিলন্ত বাণী।
দূৰ গুচ পাপিষ্ঠ অধম লঘূ প্ৰাণী ॥
নিলাজ বান্দৰ তোৰ এতমান সাস।
চুকৰ ভাকুলি হুয়া গঙ্গাস্নানে যাস ॥৪৮৯
ৰাঘৱৰ ভাৰ্য্যাক তোহোৰ ভৈল মন।
তীখাল খণ্ডাত জিহ্বা ঘসবে দুৰ্জ্জন ॥
হাতে তুলি কালকুট গিলিবাক চাস।
সপুত্ৰ বান্ধবে পাপী হৈবি সৰ্ব্বনাশ ॥৪৯০
আনো বহুতৰ বাক্য বুলিলন্ত আই।
সংক্ষেপ পদত তাক দিবে শুযুৱাই ॥
শ্ৰীৰাম দেৱৰ কথা শুনা সৰ্ব্বলোক।
ৰাম ৰাম বুলি সবে নিস্তাৰ হুয়োক ॥৪৯১

———

ভাকুলি ভেকুলি।

ঘোষা ॥ এ ভকত সুলভ জানকী বল্লভ
জগত দুৰ্ল্লভ ৰাম।
কৌশল্যা তনয় ৰাম দয়াময়
তুমি দেৱ পূৰ্ণকাম ॥

দুলড়ী।

সীতাৰ নিষ্ঠুৰ বাণী শুনি ক্ৰুৰ
ৰাৱণ ক্ৰোধে বোলয়।
তোক বলে ধৰি নিবো নিজ পুৰা
দেখোঁহো কোনে ৰাখয় ॥
এহি বুলি বেগে ধৰি সেহি চেগে
কৰি কোলে তুলি লৈল।
চতুৰ্দ্দিকে চাৱে চকিত স্বভাবে
ৰথ বাহি বেগে গৈল ॥৪৯২
সীতায় দেখিল যুগ বুৰি গৈল
স্মৰে মনে হৰি হৰি।
স্বামী নাহিকন্ত কোনে ৰাখিবন্ত
মোক নেই দূৰ কৰি ॥
দীৰ্ঘস্বৰে আই ক্ৰন্দন কৰন্ত
স্বামীক গেড়ি পাৰন্ত।

গেড়িপাৰ বা গেড়িমাৰ—আটাহপাৰি মাতা।

হে ৰাম ৰাম প্ৰভু আসি ৰাখা
ৰাৱণে মোক হৰন্ত ॥৪৯৩
হে বাপু লক্ষ্মণ শীঘ্ৰে আসিয়োক
ৰাখিয়োক মোৰ বাপ ।
তোমাৰ বচন নধৰি হে মই
লভিলোঁ ঘোৰ সন্তাপ ॥
এহিমতে আই কান্দতে লৈ যাই
ৰাৱণে ৰথত তুলি ।
পৰ্ব্বত শিখৰে জটায়ু আছন্ত
শুনিলন্ত গল মেলি ॥৪৯৪
জানিলা সীতাক ৰামৰ ভাৰ্য্যাক
ৰাৱণে লৈ যাই হৰি ।
মহা বেগে গৈয়া ৰথ ভাঙ্গিলন্ত
অনেক ভৰ্চ্ছনা কৰি ॥
সীতাক কোলাত লৈয়া ৰাৱণাই
নামিল মাটিত যাই ।
পিঠিত চৰিলা মাংসক টানিলা
প্ৰচণ্ড ঠোঁটৰ ঘাই ॥৪৯৫
সীতাক মাটিত থৈয়া সন্ধুকীয়া
আছে চন্দ্ৰ হাস ধৰি ।

---

সন্ধুকিয়া—স্থিৰ হৈ, সাজু হৈ

জটায়ু পখাত প্রহাৰ কৰন্তে
কাটিলেক শ্রম কৰি ॥
জটায়ু পৰিবে দেখিয়া সীতাই
কান্দিলেক দীর্ঘ স্বৰে ।
বোলন্ত ৰামত বার্ত্তাক জনাবা
জীয়া থাকা মোৰ বৰে ॥৪৯৬
এতেকে বোলন্তে ৰাৱণায়ে ধৰি
চলিল আকাশ পন্থে ।
পাঞ্চ বানৰক দেখিয়া সীতায়ে
অলঙ্কাৰ পেলাইলন্তে ॥
এহিমতে নিয়া অশোক বনত
সিঙ্গপা বৃক্ষৰ তলে ।
জানকীক থৈয়া দুষ্ট ৰাৱণাই
ৰাক্ষসী সবক বোলে ॥৪৯৭
যেন মতে পাৰা সীতাক বঢ়ৱা
যেহেন আমাক বৰে ।
নভজিলে পুনু তোমৰা সবক
দণ্ডিবোহোঁ নিৰন্তৰে ॥
জানকীৰ কথা এহি মানে থণ্ড
শুনিয়োক সৰ্ব্বজন ।
সীতাৰ আক্ষেপে আপোনাক ৰাখি
গৈলন্ত যেবে লক্ষ্মণ ॥৪৯৮

ৰাক্ষসক মাৰি আসে ৰাম চন্দ্ৰ
ভৈলা ছুয়ো এক ঠাই ।
কিয় এৰি আইলি পুছিলন্ত ৰামে
কহিলা সব লখাই ॥

শুনি ৰামচন্দ্ৰে জানকীৰ স্নেহে
হৃদয়ত ভুকু মাৰি ।
হা কি কৰিলি লখাই বুলিয়া
লৰ দিলা বেগ কৰি ॥ ৪৯৯

দেখে পৰ্ণশালা শূন্য পৰি আছে
নাহিকন্ত প্ৰাণেশ্বৰী ।
জানকী জানকী জানকী বুলিয়া
দেন্ত প্ৰভু দীৰ্ঘ গেড়ি ॥

বিহ্বল ভৈলন্ত শালাত চাহান্ত
পুনু শালা চতুৰ্ভিতা ।
জানকী জানকী বুলি দেন্ত গেড়ি
কৈক গলি প্ৰাণ সীতা ॥ ৫০০

মোৰ প্ৰাণ জীউ জনকৰ জীউ
প্ৰিয়া মোৰ কণ্ঠ-হাৰ ।
মোক শোক দিয়া কোনে গৈলা নিয়া
হৃদয়ে মাৰি কুঠাৰ ।

এহি মতে বন পৰ্ব্বতত প্ৰভু
কান্দন্তে পুচি ফুৰন্ত।
শ্ৰীসঙ্গী ভৈলে এনয় বিপত্তি
আকে মাত্ৰ দেখাইলন্ত ॥৫০১
পাছে জটায়ুক লাগ পাইলা গৈয়া
সীতাক খুজি ফুৰন্তে।
পখা ছেদ হুয়া পৰিয়া আছন্ত
ৰাম ৰাম উচ্চাৰন্তে ॥
সীতাৰ বাৰ্ত্তাক কহিয়া ৰামত
তেহেঁ প্ৰাণ এৰিলন্ত।
শ্ৰীৰাম লক্ষ্মণে তাহাঙ্ক দহিয়া
প্ৰেত কাৰ্য্য কৰিলন্ত ॥৫০২
তৈৰ হস্তে যাস্তে কবন্ধে দুহাকো
বান্ধিয়ে ধৰিলা আতি।
দেখি দুয়ো ভাই খড়্গক ধৰিয়া
পেলাইলা বাহুক কাটি ॥
ৰাম লক্ষ্মণৰ পৰশ মাত্ৰকে
এৰাই পূৰ্ব্ব শাপক।
দুয়ো ভাই চাই আছে তেতিক্ষণে
ধৰিল নিজ ৰূপক ॥৫০৩

---

পুচি—সুধি।

আকাশত থাকি বুলিলা প্ৰভুক
চলিয়োঁ পূৰ্ব্ব দিশক ।
ঋষ্য মুখে পাঞ্চ বানৰ আছয়
ধৰিয়োঁ তাক লাগক ॥
তাৰাৰ সহায়ে সীতাক পাবাহা
বুলিলো নিষ্ট বচন ।
হেন শুনি দুয়ো ঋষ্য মুখ গিৰি
চলি গৈলা তেতিক্ষণ ।৫০৪
শুনা নৰলোক আবে কেনে হৌক
কলিত নামেসে গতি ।
জানিয়া শ্ৰীৰাম চন্দ্ৰৰ নামক
ঘুষিয়োক প্ৰতিনিতি ॥
তেবেসে আপোন জীৱৰ কুশল
সাধিবাক পাৰে লোক ।
অনন্তে বোলয় কৰিয়া নিশ্চয়
ৰাম ৰাম ঘুষিয়োক ॥৫০৫

———

নিষ্ট — নিশ্চয়, ঠিক ।

ঘোষা ॥ ত্ৰাহি ত্ৰাহি ৰঘুনাথ
তুমি হে অনাথ নাথ ॥

পদ।

ৰাম লখমণ দুই।
হাতে শৰ ধনু লই ॥
পৰ্ব্বত শিখৰে যান্ত।
পাঞ্চ কপি দেখিলন্ত ॥৫০৬
বালি দূত আসে বুলি।
লৰ দিলা লাঙ্গ তুলি ॥
পাঞ্চ কপি পদভৰে।
গিৰি দলদোপ কৰে ॥৫০৭
কতো দূৰে পলাই গৈল।
বিমৰিষ কৰি ৰৈল ॥
পঠাইলেক হনুমন্ত।
গৈয়া লাগ ধৰিলন্ত ॥৫০৮
ব্ৰাহ্মণৰ বেশ ধৰি।
পুছিলন্ত কৰজুৰি ॥
বোলন্ত তোমৰা কোন।
লক্ষ্মণে কহিলা গুণ ॥৫০৯
শুনি বৰ ৰঙ্গ ভৈলা।
তেতিক্ষণে লৈয়া গৈলা ॥

পৰিচয় কৰাইলন্ত ।
সুগ্ৰিৱেয়ো জানিলন্ত ॥৫১০
তুহানো বৃত্তান্ত যত ।
তুযো কৈলা তুহান্তত ॥
তুযো তুহান্তক বোলে ।
সাফলিবো বাহুবলে ।৫১১
পাছে তুয়ো সখী কৰি ।
তুয়ো তুহান্তক ধৰি ॥
আলিঙ্গন কৰিলন্ত ।
সূৰ্য্য পুত্ৰে বুলিলন্ত ।৫১২
তুমি জগতৰ পতি ।
কোনে দিলে ইষুগুতি ॥
অধম বান্দৰ সঙ্গে ।
সখী কৰা মহা ৰঙ্গে ॥৫১৩
কিনো ভৃত্য প্ৰিয় দেৱ ।
কোনে নকৰিবে সেৱ ॥
এহি বুলি প্ৰণামিলা ।
অলঙ্কাৰ আনি দিলা ॥৫১৪
দেখি ভক্ত প্ৰিয়কাৰী ।
মুষ্টি হৃদয়ত মাৰি ।
বুলি হা, হা প্ৰাণেশ্বৰী ।
কান্দিলন্ত আৰ্ত্তি কৰি ॥৫১৫

পাছে সঙ্কুক্ষণ ভৈলা ।
ঘোৰ অঙ্গীকাৰ কৈলা ॥
ভূমিত চাপৰি মাৰি ।
বুলিলা ৰাঘৱ হৰি ॥৫১৬
যিটো ভাৰ্য্যা নিলে কাঢ়ি ।
তাৰ প্ৰাণ লৈবো মাৰি ॥
যদি সাগৰত ডুবে ।
তথাপি মাৰিবো ধ্ৰুবে ॥৫১৭
লুকাই পাতালক যাই ।
তথাপিতো ৰক্ষা নাই ॥
অৱশ্যে লইবো প্ৰাণ ।
কৈলো মই বিদ্যমান ॥৫১৮
শুনিয়োক সৰ্ব্বলোক ।
ৰাম পাৱে ভজিয়োক ॥
ৰাম সম আৰ দেৱ ।
নাহিকে জানিবা কেৱ ॥৫১৯
ভকত বৎসল ৰাম ।
জানি লৈয়ো তান নাম ॥
তেজি সবে আন কাম ।
ডাকি বোলা ৰাম ৰাম ॥৫২০

---

সঙ্কুক্ষণ—স্থিৰ ।

ঘোষা ॥ ৰাঘৱ প্ৰভু ৰঘুনন্দন ।
তোমাৰ চৰণে লৈলোঁ শৰণ ॥

পদ।

সুগ্ৰীবক পাছে ৰামে বোলন্ত ।
দেখায়ো তযু বৈৰী কৰোঁ অন্ত ॥
পাছে সাধিয়োক আমাৰ ৰাজ ।
শুনিয়া বুলিলন্ত কপি ৰাজ ॥৫২১
শুনিয়ো প্ৰভু দেৱ ভগৱন্ত ।
বালি দদা মোৰ বীৰ দুৰন্ত ॥
পূৰ্ব্বত দুন্দুভী নামে অসুৰ ।
জগতত যুদ্ধ নপাই দন্দুৰ ॥৫২২
দদাৰ পাশে গৈল গৰ্ব্ব কৰি ।
তাহাক ধৰিয়া ঘাৰ মোচাৰি ॥
বাম পায়ে লাথি মাৰি ক্ষেপিল ।
ঋষ্য মুখে আসি পৰি মৰিল ॥৫২৩
তাক যেবে তুমি পেলাইবে পাৰা ।
তেবেসে জানিম বালিক মাৰা ।
শুনিয়া প্ৰভু বৃদ্ধাঙ্গুষ্ঠে ধৰি ।
শতেক যোজন দিলা আছাৰি ।৫২৪
তাহাতো সুগ্ৰীৱ প্ৰমাণ নাই ।
দিলা গৈয়া সাত তাল দেখাই ॥

তিনি তিনি গাছ ভেদে বালি দদা ।
তুমি যেবে সাতো গাছক ভেদা ॥৫২৫
তেবেসে জানিবো বালিক পাৰা ।
তুহি কেন মতে মোক উদ্ধৰা ॥
শুনিয়া ৰঘুনাথ হাঁসিলন্ত ।
সাতোকো একে ছোটে ছেদিলন্ত ॥৫২৬
দেখিয়া সুগ্ৰীব বিস্ময় ভৈলা ।
কৃতাঞ্জলি কৰি বুলিবে লৈলা ॥
নমো ভগৱন্ত ৰাম মুৰাৰি ।
সৃষ্টি-স্থিতি বিশ্ব প্ৰলয়কাৰী ॥৫২৭
চঞ্চল বান্দৰ জাতিৰ দোষ ।
ক্ষেমি কৃপাময় হুয়ো সন্তোষ ॥
হাঁসিয়া ৰাম দেৱে বুলিলন্ত ।
দেখায়ো বালিক কৰহোঁ অন্ত ।৫২৮
এক গোটা শৰে চিন্তিবো মাৰ ।
দুই গোটা যদি ধৰোঁ ধিক্কাৰ ॥
শুনিয়া সুগ্ৰীৱ-ৰাম-লক্ষণ ।
দুইকো লৈয়া লৰিলা তেখন ॥৫২৯
দোভায়ো থাকিলা বনে লুকাই ।
সুগ্ৰীৱে দন্দ লগাইলেক যাই ॥
দুয়ো লগাইলন্ত যুদ্ধ তুমুল ।
দুহন্তো যৰঞ্জ দেখি সমতুল ॥৫৩০

এতেক বিমৰিষি দুই জন ।
নকৰিলা শব ৰাম-লক্ষ্মণ ॥
বালিৰ মুষ্টিৰ পায়া প্ৰহাৰ ।
সুগ্ৰীব মূৰ্চ্ছা যান্ত বাৰম্বাৰ ।৫৩১
কতো বেলি বাট চায়া আছিলা ।
নেদেখি উঠি ভিড়িলৰ দিলা ॥
ঋষ্য মুখে আসি পৰি কেঙ্কাই ।
দুখে শ্ৰীৰামক বুলিলা চাই ।৫৩২
কোন শত্ৰু মই তোমাৰ ৰাম ।
কৰিলা কিয় হেন মন্দ কাম ॥
মই যদি বলে বালিক পাৰোঁ ।
কিসক পৰ্ব্বতে পৰিয়া মৰোঁ ।৫৩৩
তোমাত ভৰসা কৰিয়া গৈলোঁ ।
তাহাৰ প্ৰহাৰে সাঙ্গে মৰিলোঁ ॥
মিত্ৰ-দ্ৰোহ-পাপ সবাতে চাৰ ।
হেনয় পাপক মন তোমাৰ ।৫৩৪
জানা যে তুমি নমাৰিবা বালি ।
কি কাৰ্য্যে মিছাত গৈলোহোঁ চলি ॥
এহি মতে বাক্য আনো বুলিলা ।
শুনিয়ো সমস্তে শ্ৰীৰামৰ লীলা ॥৫৩৫

ভিডিলৰ—পাছলৈ ওভোতি নোচোৱাকৈ কোনো ফালে নাচাই আগলৈ দৌৰ দিয়া ।

ভৃত্যজনে যদি মন্দ বোলন্ত।
স্বামীজনে পুনু তাক সহন্ত॥
আকেসে দেখাইলা ৰাম মুৰাৰি।
অনন্তে কহে বোলা হৰি হৰি॥৫৩৬

---

ঘোষা॥ বন্দোঁ ৰাঘৱ ৰাম।
তুমি প্ৰভু পূৰ্ণকাম॥

পদ।

ৰামে বুলিলন্ত মিত্ৰ বুলিবাক পাহা।
যি কাৰণে শৰ নকৰিলোঁ শুনিবাহা॥
তোমাৰে বালিৰে দুইৰো একে যে শৰীৰ।
নিচিনিয়া শৰ নামাৰিলোঁ মহাবীৰ।৫৩৭
এহি বুলি অমৃত সমান হাত ধৰি।
মিত্ৰৰ শৰীৰ মাৰ্জ্জিলন্ত দেৱহৰি॥
ৰাম হস্ত পৰশ মাত্ৰকে সুগ্ৰীৱৰ।
ঘাৰ বেথা গুছি দেহ ভৈল দৃঢ়তৰ॥৫৩৮
হেন দেখি পাৱে পৰি শ্ৰীৰাম দেৱৰ।
বহু তুতি নতি কৰিলন্ত কপীশ্বৰ॥
তুলসীৰ মালা পিন্ধি প্ৰভু ৰাঘৱৰ।
পুনৰপি বালি ৰায়ক দিলেক সমৰ।৫৩৯

শ্রীৰামে আছিলা চাই বনৰ ভিতৰে ।
পৃথিবীকে বালিকে শালিয়া থৈলা শৰে ॥
এহিমতে একে শৰে বালিক মাৰিলা ।
সুগ্ৰীৱক কিস্কিন্ধাত নৃপতি কৰিলা ॥৫৪০
বুলিবে লাগিলা প্ৰভু ৰাম বনমালী ।
থাকিয়োক যাই মিত্ৰ ৰাজ্য প্ৰতিপালি ॥
প্ৰস্ৰৱণ গিৰিত ৰহিলা দুই ভাই ।
জানকী বিৰহে দিনে যুগ বহি যায় ॥৫৪১
শ্ৰীৰামক বুজাই থাকন্ত লখমণে ।
শাস্ত্ৰৰ যুগুত হিত বোলে প্ৰতিক্ষণে ॥
এহি মতে বহিয়া গৈলেক চাৰি মাস ।
তথাপি সুগ্ৰীৱ নাসিলেক ৰাম পাশ ॥৫৪২
পাছে ৰামে লক্ষ্মণক বুলিলা বচন ।
দেখিয়ো লক্ষ্মণ কেনে মিত্ৰৰ লক্ষণ ॥
আমি বন বাসত আছোহোঁ মহাদুখে ।
সিটো ভাৰ্য্যা সঙ্গে ৰাজ্য কৰে মহাসুখে ॥৫৪৩
উপকাৰ বান্দৰ সকলে পাসৰিল ।
চাৰি মাস বহি গৈল অদ্যাপি নাসিল ॥
ভাল মিত্ৰ পাইলোঁহোঁ বন-পশু লাগ ।
তিলমাত্ৰ আমাত নাহিকে অনুৰাগ ॥৫৪৪
আপুনি লক্ষ্মণ চলি যাহা তাৰ পাশ ।
কহিবা যি শৰে বালি ভৈল সৰ্ব্বনাশ ॥

তুণ এৰি সিটো শৰ কৈকো নতু বাই ।
জানি শীঘ্ৰ কৰি কিয় মোযোৰা আটাই ॥৫৪৫
এহি কহি শীঘ্ৰে চলাই আনিয়ো বান্দৰ ।
হেন শুনি লক্ষ্মণ চলিলা খৰতৰ ॥
তৰঙ্গ ৰৰঙ্গ আখি হাতে ধনু শৰ ।
দড়াদড়ি পাইলে গৈয়া কিস্কিন্ধা নগৰ ।৫৪৬
দেখি সবে বান্দৰৰ হৰি গৈল চুৰ্ত্তি ।
সুগ্ৰীৱেও কৰপুঞ্জে হইলাহি থিতি ॥
দেখিয়া লক্ষ্মণে ক্ৰোধে গৰ্জ্জিবাক লৈলা ।
দেখি সুগ্ৰীৱৰ ভয়ে গৰ্ব্ব গলি গৈলা ॥৫৪৭
হাওৰে লম্পট পাপী বান্দৰ অধম ।
পাৰোঁ পশাইতে তোক এতিক্ষণে যম ॥
নিকট ঈশ্বৰ তই দেহ মূঢ় পিঠি ।
তোহোক মাৰিলে কিবা কাৰ্য্য হৈব নাঠি ॥৫৪৮
লক্ষ্মণৰ গৰ্জ্জনে সুগ্ৰীৱ কম্পি গৈল ।
নমস্কাৰ কৰি ধীৰে বুলিবাক লৈল ॥
শুনিয়োক প্ৰভু দেৱ লক্ষ্মণ কুমৰ ।
জানিবাকা আমি সব চঞ্চল বান্দৰ ॥৫৪৯
ইটো ৰাজ্য ভোগে কৰে পণ্ডিতকো মোহ ।
আমি পুনু পশু জাতি পাৱা সবে দোষ ॥
তথাপি তোমাৰ চৰণৰ অনুচৰ ।
দূতগণ পঠাই আছোঁ দ্বীপ দ্বীপান্তৰ ॥৫৫০

সৈন্য সব যড়াইবাৰ কাৰণে গোসাঁই।
দিন চাৰি পাঞ্চ থাকিয়োক এহি ঠাই॥
প্রভু দেৱ সমীপক এক্লেগে যাওঁ।
যদি তযু পদে প্রভু এহি আজ্ঞা পাওঁ॥৫৫১
হেন শুনি আনন্দিত লক্ষণ কুমৰ।
হাঁসিয়া বোলন্ত ধন্য ধন্য কপিবৰ॥
বিলম্ব নকৰি সৈন্য যড়ায়ো সত্বৰ।
সবে হন্তে চলি যাওঁ পাশে শ্রীৰামৰ॥৫৫২
শুনিয়া সুগ্রীৱ পুনু দূত পঠাইলন্ত।
নানা দেশ হন্তে সবে সৈন্য যড়াইলন্ত॥
আনন্দে লৰিয়া গৈল শ্রীৰামৰ ঠায়।
সৈন্যৰ আন্দোলে পথে ধূলা উৰি যায়॥৫৫৩
কিচ্ কিচ্ কুক্ কুকি সৈন্যৰ আন্দোল।
সর্ব্বলোকে চমকিল পালে স্বর্গ কোল॥
কহে কৃষ্ণ চৰণে অনন্ত মূঢ়মতি।
বোলা ৰাম ৰাম সবে সমাজে সম্প্রতি॥ ৫৫৪

---

যড়াইবাৰ = গোটাবৰ। নাঠি—হানি, ক্ষতি।

ৰাম ৰামেতি ৰামেতি, ৰামেতি যে জপন্ত্যপি সৰ্ব্বদা।
তেষাং ভক্তিশ্চ মুক্তিশ্চ ভবিষ্যতি ন সংশয়ঃ ॥

## ঘোষা ॥ জয়তি লক্ষ্মণ ৰাম।

### পদ।

লক্ষ্মণ সুগ্ৰীৱ দুইজন।
পালে গৈয়া গিৰি প্ৰস্ৰৱণ ॥
পৰম পুৰুষ বসিছন্ত।
দেখি দুয়ো প্ৰণাম কৈলন্ত ॥ ৫৫৫
সুগ্ৰীৱ অঞ্জলিকৃত হুয়া।
এক পাশে বসিলন্ত গৈয়া ॥
দেখি ৰামে অল্প হাঁসিলন্ত।
সজ্জন গৰিহা গৰিহন্ত ॥ ৫৫৬
শুনিয়োে সুগ্ৰীৱ কহোঁ হিত।
শঠ মিত্ৰে মৰণ সম্বিত ॥
সৰ্পে সমে যিটো বাসা কৰে।
তাৰে মৃত্যু মিলিবে সত্বৰে ॥ ৫৫৭
সেহি মত তুমি মোৰ মিত্ৰ।
সাধিলা আমাৰ সব কৃত্য ॥
জানি এভোঁ কৰিয়োে যতন।
যেন হোৱে জানকী লভন ॥ ৫৫৮

শ্রীৰামৰ বাক্যে লাজ পাইল।
তেতিক্ষণে বান্দৰ মতাইল॥
জানকীৰ বাৰ্ত্তা কৰিবাক।
চৌদিশে পঠাইলা কপি জাক॥ ৫৫৯
নল, নীল, অঙ্গদ প্ৰভৃতি।
হনুমন্ত আৰো ঋক্ষপতি॥
দক্ষিণ দিশক এসম্বাক।
পঠাইলন্ত বাৰ্ত্তা কৰিবাক॥ ৫৬০
শ্ৰীৰামে হনুক মাতিলন্ত।
সমষ্ট সঙ্কেত কহিলন্ত॥
আৰো দিলা আঙ্গঠী হাতৰ।
গোপ্য কৰি লৈলা কপিবৰ॥ ৫৬১
দণ্ডৱতে নমস্কাৰ কৰি।
লৰিলা দক্ষিণ দিশ ধৰি॥
নদ নদী পৰ্ব্বত চেৰালে।
এগোটা অসুৰ ভেট পালে॥ ৫৬২
তাক যুদ্ধে অঙ্গদে মাৰিলা।
গৈয়া ঘোৰ পৰ্ব্বতেক পাইলা॥
তাতে:চৰি পৃথিৱী লখিলা।
সৰষপ সদৃশ দেখিলা॥ ৫৬৩

---

লখিলা—দেখিলে। সৰষপ—সৰিয়হ।

সমুদ্ৰকো গো-খোজ পৰাই।
দেখিল পৰ্ব্বতে চৰি যাই ॥
তৈৰহন্তে দুখে নামিলেক।
তৃষ্ণাতুৰ সকলো ভৈলেক ॥ ৫৬৪
জল চায়া ফুৰন্ত চৌদিশে।
গৈলা খেদি পক্ষীৰ উদ্দেশে ॥
দেখিলন্ত ঘোৰ গৰ্ত্ত যাই।
অন্ধকাৰে আবৰি আছয় ॥ ৫৬৫
হাতা হাতি কৰি তৰিলন্ত।
পাছে দিব্য কন্যা দেখিলন্ত ॥
আগবাঢ়ি তান্ত পুছিলন্ত।
সমস্ত বৃত্তান্ত কহিলন্ত ॥ ৫৬৬
তান বাক্যে জলক পিলন্ত।
ক্ষুধা তৃষ্ণা সব এৰাইলন্ত ॥
তেহে সমস্তকে আদৰিল।
সবে গৈয়া হস্তত ধৰিল ॥ ৫৬৭
ক্ষণেকতে গৰ্ত্তক এৰাইলা।
পাছে বিন্ধ্য পৰ্ব্বতক পাইলা ॥
ঘোৰ ৰাত্ৰি তাতে বঞ্চিলন্ত।
অন্যো অন্যে কথা কহিলন্ত ॥ ৫৬৮

তৰিলন্ত—নামিল।

সেহি পৰ্ব্বতত পক্ষীৰাজ ।
সম্পাতি শুনিলা সব কাজ ॥
প্ৰভাতে সবাকে মাতিলন্ত ।
জটায়ুৰ বাৰ্ত্তা পুছিলন্ত ॥ ৫৬৯
সীতাৰো বাৰ্ত্তাক তেন্তে কৈল ।
সব কপি আনন্দিত ভৈল ॥
তান উপদেশে কপিবীৰ ।
পাইলা সবে পয়োনিধি তীৰ ॥ ৫৭০
শুনিয়ো সমস্ত নৰগণ ।
ইটো দিব্য কথা ৰামায়ণ ॥
কহয় অনন্ত মূঢ়মতি ।
ৰাম ৰাম ঘুষিয়ো সম্প্ৰতি ॥ ৫৭১ ॥

---

## ঘোষা ॥ জয় ৰামচন্দ্ৰ হৰি ।

### পদ ।

সমুদ্ৰৰ তীৰ পাই ।
অন্যো অন্যে মুখ চাই ॥
সব শক্তি বিচাৰন্ত ।
যেন মতে পাৰহন্ত ॥ ৫৭১
সবে নিজ শক্তি কৈল ।
তভোঁ কাৰ্য্য সাঙ্গ নৈল ॥

পাছে জাম্বুবন্ত বীৰে।
মাতিলন্ত ধাৰে ধীৰে ॥ ৫৭৩
হনুমন্ত মোক চাহা।
কেনে মৌন ধৰিলাহা ॥
স্বামীৰ কাৰ্য্যক প্ৰতি।
আপুনি কৰিয়োগতি ॥ ৫৭৪
মাৰুতিয়ে নমিলন্ত।
অঙ্গীকাৰ কৰিলন্ত ॥
জাম্বুবন্তে জয় কৈলা।
হনুমন্তে ডেৱ দিলা ॥ ৫৭৫
সুৰাষাৰ মায়া তৰি।
আষাৰিকা প্ৰাণে মাৰি ॥
লঙ্কাত পৰিল গৈয়া।
মায়ায়ে বিড়াল হুয়া ॥ ৫৭৬
ৰাৱণৰ চৌলিঘৰে।
বিচাৰিয়া নিৰন্তৰে ॥
মন্দোদৰী দেখিলন্ত।
সীতা বুলি নমিলন্ত ॥ ৫৭৭
বহু শোক কৰিলন্ত।
পাছে মনে ভাবিলন্ত ॥

---

চৌলিঘৰ—কাৰেং ঘৰ ; ৰজাৰ ঘৰৰ হাউলি।

মুখ গোট মুছিলন্ত ।
কেশ তাৰ জুখিলন্ত ॥৫৭৮
এহি তাৰ পটেশ্বৰী ।
জানি শোক দূৰ কৰি ॥
ঘৰে ঘৰে বিচাৰিয়া ।
কৈতো সীতা নপাইয়া ॥ ৫৭৯
পৰি শোকে কান্দিলন্ত ।
কতো বেলি আছিলন্ত ॥
সম্পাতিৰ বাক্য মনে ।
পৰিলেক কতোক্ষণে ॥ ৫৮০
গোসাঁনী অশোক বনে ।
আছন্ত জানিয়া মনে ॥
নাচিলন্ত চেৰে চেৰ ।
হৰিষে দিলেক ডেৰ ॥ ৫৮১
অশোক বনক প্ৰতি ।
যৈত আছে সীতা সতী ॥
সিংশপা বৃক্ষৰ তলে ।
অনেক ৰাক্ষস মিলে ॥ ৫৮২
আছন্ত জনক জীউ ।
দেখি যেন পালে জীউ ॥
কহয় হৃদয়ানন্দে ।
সবে শুনা মহানন্দে ॥ ৫৮৩

ৰাম পাৰে কৰি কাম।
বেঢ়ি বোলা ৰাম ৰাম ॥

---

ঘোষা ॥ ৰঘুপতি ৰাম কৰোহোঁ প্ৰণাম

পদ।

জনকৰ জীউক দেখিলে বায়ু সুত।
মলিন স্বভাৱে মাৰ বসিছে ভূমিত ॥
স্বৰ্গৰ পৰিল খসি যেন পূৰ্ণচন্দ্ৰ।
মলে আৱৰিয়া আছে নাহিকে আনন্দ ॥ ৫৮৪
স্বামীৰ চৰণ দুই চিন্তন্তে আছন্ত।
মাথাৰ চেলাৰী এক ভূমিত লোটন্ত ॥
দেখি বায়ু-পুত্ৰৰ বিস্ময় ভৈল মন।
ভালেতো আকুল প্ৰভু ৰঘুৰ নন্দন ॥ ৫৮৫
নাৰীৰ এনয় ৰূপ নতো দেখি শুনি।
আৰে কোন কাৰ্য্য কৰো আছে মনে গুণি ॥
ৰাত্ৰি গোট প্ৰভাত ভৈলেক দেখো হেৰ।
ৰাক্ষসে দেখিলে কাৰ্য্য হৈবে অথন্তৰ ॥ ৫৮৬
এহি বুলি বায়ু সুতে ধৰি নিজ মায়া।
সিন্ধপাতে আৰ ভৈলা অল্প কৰি কাঁয়া ॥

---

চেলাৰী—চেলে; তিৰোতাৰ গুঠিলোৱা চুলি।

প্ৰভাতকে দশগ্ৰীৱ আইলা সীতা-ঠাৱে ।
বহুবিধ মিনতি বোলয় নানা ভাৱে ॥ ৫৮৭
শুনা প্ৰাণেশ্বৰী সীতা জনক নন্দিনী ।
ত্ৰিভুৱনে তোৰ সম নাহি কোনো জনী ॥
মই ত্ৰৈলক্যৰ জানিবিহি স্বামী বৰ ।
বনবাসী ৰাম তপসীক পৰিহৰ ॥ ৫৮৮
মন্দোদৰী আদি মোৰ যত পটেশ্বৰী ।
সবাহাক্কে দিবোহোঁ তোমাৰে দাসী কৰি ॥
সুবৰ্ণে মাণিকে তনু মণ্ডিবো তোমাৰ ।
মই দাস ভৈলো ৰাখা প্ৰাণক আমাৰ ॥৫৮৯
হেন শুনি সীতা শান্তী অধোমুখ কৰি ।
বুলিলা কটুৰ কৰি সহিতে নপাৰি ॥
মই পতিব্ৰতাৰ জানস অগ্নি আখি ।
অধৰ্ম্মৰ ফলে বেটা যাবি তই নাশি ॥৫৯০
মোৰ অলঙ্কাৰ তেবে সমস্ত হৰয় ।
তোৰ দশ শিৰ যেবে ৰাঘৱে কাটয় ॥
ৰাম-মত্ত-সিংহ তই শৃগাল দুৰ্জ্জন ।
গৰুড় ভাৰ্য্যাক কাকৰাৰ হোৱে মন ॥৫৯১
তিৰী চোৰ পাপিষ্ঠ হাড়ীৰ লাথি খোৱা ।
গলে হাণ্ডি বান্ধি মৰ মাৰ্গ তলে যোৱা ॥
হেন শুনি ৰাৱণ ক্ৰোধিয়া খেদি যায় ।
মন্দোদৰী ৰাখিলন্ত অনেক বুজাই ॥৫৯২

পাছে সব ৰাক্ষসীক বোলে লঙ্কেশ্বৰে।
যেনে তেনে বুজাইয়ো সীতা যেন বৰে॥
এহি বুলি আপোন মন্দিৰে চলি গৈল।
ৰাক্ষসীসকলে তাঙ্ক গৰ্জ্জিবাক লৈল॥৫৯৩
কতো বোলে শুন সীতা ভজ লঙ্কেশ্বৰ।
কতো বোলে শাস্ত্ৰী ধৰ্ম্ম ৰাৱণতে কৰ॥
কোনো জনী বোলে এইক খাওঁ মদ্যে সানি।
ৰৰিবিকি নবৰিবি কহ সত্য বাণী॥৫৯৪
আনো নানা বাক্য বুলি ৰাক্ষসিনীগণ।
মধ্যাহ্ন সময় ভৈলে কৰিলে শয়ন॥
সেহি বেলা বায়ু পুত্ৰে অবসৰ পাই।
কৰজোৰে বৃক্ষ হন্তে বোলন্ত বিনাই॥৫৯৫
দশৰথ তনয় শ্ৰীৰামচন্দ্ৰ ভৈলা।
পিতৃবাক্য পালি তেহোঁ বনবাসে গৈলা॥
তহিতে সীতাক হৰি আনিলে ৰাৱণ।
এতেক বলিয়া মৌন ভৈলা হনুমান॥৫৯৬
প্ৰিয় কথা শুনি দেবী দশো দিশে চাইলা।
উৰ্দ্ধ দৃষ্টি কৰি বান্দৰক ভেট পাইলা॥
সীতায়ে বোলন্ত বাপু কৈৰ হন্তে আইলি।
মোহোৰ স্বামীৰ বাৰ্ত্তা কেনমতে পাইলি॥৫৯৭

---

কাকৰা—কেকোৰা।

এতেক বোলন্তে আসি ভূমিত নামিলা।
দণ্ডৱতে পৰি কপি প্ৰণাম কৰিলা ॥
কৃতাঞ্জলি কৰি বোলে শুনিয়োক আই।
জম্বুদ্বীপ হন্তে ৰামে দিলেক পঠাই ॥৫৯৮
ভয়ু শোকে প্ৰভুদেৱ বিহ্বল ভৈলন্ত।
বনে দুয়ো ভাই আসি বিচাৰি ফুৰন্ত ॥
পাছে আমি ঋষ্য মুখে দৰিশন পালোঁ।
অলঙ্কাৰ পাই পাঞ্চ বান্দৰে দেখালোঁ ৫৯৯
পাই অলঙ্কাৰ প্ৰভু বিস্তৰ কান্দিলা।
বালি বধ কৰি সুগ্ৰীৱক ৰাজ্য দিলা ॥
মই বায়ু পুত্ৰ আই নাম হনুমন্ত।
সবে আলোচিয়া মোকে পঠায় দিলন্ত ॥৬০০
সমুদ্ৰ তৰিয়া ৰাৱণৰ ঘৰ পশি।
বহু বিচাৰিয়া আই দেখা পালোঁ আসি ॥
ৰাম পদে কহয় অনন্ত মূঢ় মতি।
বোলা ৰাম ৰাম সব সমাজে সম্প্ৰতি ॥৬০১

---

(ভেট—সাক্ষাৎ।

## ঘোষা ॥

## তুমি ৰাম পূৰ্ণকাম জগতৰ স্বামী।
## তযু পদ পঙ্কজে শৰণ লৈলো আমি ॥

পদ।

বান্দৰৰ কথা শুনি বুলিলন্ত আই।
সাগৰ তৰিলি তই কিমত উপায় ॥
মিছা কথা কহিবাক আহি পুনৰ্ব্বাৰ।
পাপিষ্ঠ ৰাৱণ ক্ৰোধ তোলাস আমাৰ ॥৬০২
দূৰ গুচ অধম ৰাক্ষস মন্দ কৰ্ম্ম।
কৃতাঞ্জলি কপি সুমৰন্ত ধৰ্ম্ম ধৰ্ম্ম ॥
ৰাক্ষস নহওঁ মাৱ ভালে চিনিয়োক।
ৰঘুনাথে সত্যে সত্যে পঠাইলে মোক ॥৬০৩
সীতায়ে বোলন্ত তেবে কহতো প্ৰমাণ।
কিমত স্বামীৰ ৰূপ ভোজন কিথান ॥
হনুৱে বোলন্ত আই ৰঘুনাথ দেৱ।
ইটো ত্ৰিভুৱনে নাহি তাঙ্ক সম কেৱ ॥৬০৪
দুৰ্ব্বাদল শ্যাম বৰ্ণ শিৰ ছত্ৰাকৃতি।
সিঙ্গ বক্ষ কন্ধ কম্বু গ্ৰীবা শোভে আতি ॥
পদ যুগ ৰকত ভকত মনোনীত।
ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে সুশোভিত ॥৬০৫

---

কিথান--কেনে প্ৰকাৰ।

পদ্ম-নেত্র বিম্ব-ওষ্ঠ ধৌত দন্ত পান্তি ।
স্বভাৱে ইষত হাঁস মুখ চন্দ্র কান্তি ॥
ধনুর্ব্বেদ সাৰঙ্গ প্রকাশে হাতে যাৰ ।
সর্ব্বদা তোমাৰ শোকে কাঢ়ন্ত ফোকাৰ ॥৬০৬
ফল মূল ভোগ জানা চাৰিদিন অন্তে ।
প্রস্রৱণ গিৰিত আছন্ত এহি মতে ॥
এহি বুলি হনুমন্তে ৰামৰ অঙ্গুষ্ঠি ।
দিলন্ত সীতাৰ হাতে হুয়া মন তুষ্টি ॥৬০৭
লোৱা সীতা শান্তি মোৰ কথাৰ প্রমাণ ।
মানস শিলাৰ ফোট দিলা যিটো থান ॥
ইটো গোপ্য সঙ্কেতক কৈয়া পঠাইছন্ত ।
তোৰা দুই বিনে ইটো আনে নজানন্ত ॥৬০৮
স্বামীৰ অঙ্গুষ্ঠি পাই হৃদয়ে বান্ধিলা ।
বুকে মুষ্টি হানি আই বিস্তৰ কান্দিলা ॥
দুর্ব্বাৰ শোকক ভণ্ডাইলন্ত হনুমন্ত ।
নিশ্চয় ৰাৱণ মাৰি ৰাঘৱে নিবন্ত ॥৬০৯
হেন শুনি সীতা কতোক্ষণে শান্ত ভৈলা ।
বায়ু পুত্ৰক কথা পুচিবাক লৈলা ॥
শুনা বাপু বানৰৰ ৰাজা বোলে যাক ।
তাহান কি মন আছে নিবাক আমাক ॥৬১০
অঙ্গদ সুসেন নল নীল জাম্বুৱন্ত ।
আমাক নিবাক তেসম্বেকি আলোচন্ত ॥

লক্ষ্মণে বা কি বোলন্ত কহ হনুমান ।
ইটো শোক দুখক কৰিবা পৰিত্ৰাণ ॥৬১১
কিমতে ধৰিবো জীৱ স্বামী বিনে আৰ ।
কতো বোলো প্ৰাণ তেজো কি কাৰ্য্য জীৱাৰ ॥
হেন শুনি হনুমন্তে বুলিলা বিনাই ।
সত্যে সত্যে সবে মোক দিয়াছে পঠায় ॥৬১২
তোমাক নিবন্ত দুষ্ট ৰাৱণক মাৰি ।
অঙ্গীকাৰ কৰি আছে ৰাঘৱ মুৰাৰি ॥
এহি বুলি কিছু শান্ত কৰিল সীতাক ।
বোলন্ত যি কিছু আছে দিয়োক আমাক ॥৬১৩
কণমউ ফল বাপু আছে কত গুটি ।
এহি বুলি তেখনে আনিয়া দিলা উঠি ॥
শুনা সভাসদ কৰা পৰলোক কাম ।
শুনা সৰ্ব্বক্ষণে শ্ৰীৰামৰ গুণ-নাম ॥
তেবেসে হৈবেক সব দুখ উপসম ।
মূৰুখ অনন্তে কহে বোলা ৰাম ৰাম ॥ ৬১৪ ॥

———

ঘোষা ॥ জানকী বল্লভ জানকী বল্লভ
জানকী বল্লভ ৰাম ।
তোমাৰ চৰণে শৰণ পশিলো
পূৰয়ো মনৰ কাম ॥

দুলড়ী ।

জনক নন্দিনী ফল দিলা আনি
বায়ু সুতে মুখে দিলা ।
অমৃত মধুৰ ক্ষুধা ভৈলা দূৰ
পৰম তৃপিতি পাইলা ॥
স্বভাৱে বান্দৰ জাতিৰ ফলত
অতিশয় লোভ বৰ ।
বোলে শুনা আই কোন স্থানে পায়
কহিয়োক মোত দৰ ॥ ৬১৫
সীতায়ে বোলন্ত যিটো স্থানে আছে
তই যাবি কেন কৰি ।
অসংখ্য ৰাক্ষসে আৱৰি থাকয়
মাৰিবেক তোক ধৰি ॥
হেন শুনি বৃদ্ধ ব্ৰাহ্মণৰ বেশ
ধৰিলন্ত হনুমন্তে ।
লড় বড় মাথ কাসন্তে দেখিয়া
হাসিলন্ত কৌতুকতে ॥ ৬১৬ ॥

বোলন্ত লঙ্কাৰ হাটি হাটি ফুৰি
ফল পাবি বহুতৰ ।
নাহি একো চিন্তা ফুৰি আসা গৈয়া
সমস্ত লঙ্কা নগৰ ॥
সাতাক নমিয়া তেতিক্ষণে গৈয়া
ৰাৱণৰ অভ্যন্তৰে ।
ভিক্ষা কৰিলন্ত ভণ্ডাৰী বোলন্ত
লৈয়োক বাৰী ভিতৰে ॥ ৬১৭ ॥
হেন শুনি তেতি- ক্ষণে পশিলন্ত
কৰন্তি ছাতি পেহ্লাই ।
লহনা লহনি ফল লাগি আছে
উঠিলন্ত গাছে যাই ॥
ৰাম লখমণ সীতাক নিবেদি
লেলা ফল ভুঞ্জিবাক ।
খিচ্ খিচ্ কৰি পেট ভৰাইলন্ত
নকৰে কেহোঁ বাধাক ॥৬১৮
কতো বৃক্ষ মানে ওভোতাই কৈল
ভাঙ্গি ছিঙ্গি উপবন ।
যতেক ৰাক্ষস খেদি খেদি যাই
কৰিলা সমস্ত ছন্ন ॥
ৰাৱণৰ আগে বাৰ্ত্তা পৰি গৈল
বান্দৰৰ কথা যত ।

শুনি দশ গ্ৰীৱে সৈন্য পাঠিলেক
মাৰিলা তাকো সমস্ত ॥৬১৯
পাছে অক্ষয়ক পঠাইলেক যিটো
ৰাৱণা তাতো নিষ্ফল।
দুৰ্ঘোৰ সমৰে মাৰিলেক তাকো
হনুমন্ত মহা বল ॥
পুত্ৰৰ মৰণে শোক লভিলেক
দশগ্ৰীৱ অতিৰেক।
বোলে মনে ডৰি নাহি তাক সৰি
ইন্দ্ৰজিত পঠাইলেক ॥৬২০
সিটো খেদি গৈয়া হনুক দেখিয়া
প্ৰহাৰিলা নাগ বাণ।
বন্ধন নগৈলে ব্ৰহ্মা লাজ হন্ত
জানি লৈলা হনুমান ॥
ৰাক্ষস সকলে সাঙ্গি বান্ধি লৈয়া
ৰাজাৰ আগে পেহ্লাইলা।
দশগ্ৰীৱে পাছে হনুক দেখিয়া
প্ৰহস্ত মুখে পোচাইলা ॥৬২১
প্ৰহস্তে বোলয় শুন কপিবৰ
কোথাহন্তে আসি ভৈলি।
কাৰ দূত তই কহ সত্য কৰি
কি কাৰ্য্যে তই আসিলি ॥

হেন শুনি হনু- মন্তে বুলিলেক
শ্রীৰামৰ দূত আমি ।
জম্বুদ্বীপ হন্তে সীতা অন্বেষণে
পঠাইলন্ত মোক স্বামী ॥৬২২
অনন্তৰে ৰাজা বোলয় কিসক
মাৰিলি মোৰ সেনাক ।
হনুৱে বোলন্ত শত্রু যদি হয়
কেনে বা এৰিবো তাক ॥
হেন শুনি ৰাজা ক্রোধ কৰি বোলে
কাটি কৰ খণ্ড খণ্ড ।
বিভীষণে বুলি- লন্ত শুনা দাদা
দূতৰ নোহে ই দণ্ড ॥৬২৩
শুনি ৰাৱণাই আদেশ কৰিয়া
মাৰালে কিলৰ জাক ।
হনুমন্তে পাছে বুলিবে লাগিলা
ক্রোধ কৰি ৰাৱণাক ॥
শুনৰে অধম দুৰ্জ্জন ৰাৱণ
তোহৰ ৰঙ্গ বিস্তৰ ।
এতিক্ষণে তোক মাৰিবাক পাৰোঁ
নভৈল আজ্ঞা ৰামৰ ॥৬২৪
শুনা সভাসদ ৰামায়ণ পদ
ৰামৰ চৰণে ধৰি ।

ৰাম বিনে আন কৃপালু দেৱতা
নাহি জানা তাঙ্ক সবি ॥
পশু পক্ষী নৰ বান্দৰ তৰিল
লৈয়া তান গুণ-নাম।
কহয় অনন্তে জানি সব সন্তে
ডাকি বোলা ৰাম ৰাম ॥৬২৫

---

ঘোষা ॥ ৰাম ৰঘুনাথ দেৱ ৰাম ৰঘুনাথ দেৱ
ৰাম ৰঘুনাথ দেৱ দেৱ।
কৰিয়ো ভকতি দান তুমি বিনে নাহি আন
তোমাৰ চৰণে কৰো সেৱ ॥

ৰাৱণে বোলয় শুনা সব পাত্ৰ মন্ত্ৰীগণ
কিমত কৰিবো দণ্ড আক।
যেন এক চিন ৰয় ৰামে দেখি দুখ পায়
সেহি দণ্ড কৰিয়ো ইহাক ॥
সবে মন্ত্ৰী বোলে ৰায় বান্দৰৰ ল্যাঞ্জ প্ৰায়
সমস্ত অঙ্গতে শ্ৰেষ্ঠ হয়।
কাললৈয়ো সঞ্চৰৌক তৈল ঢালি কাপোৰক
মেৰায়া লাঙ্গুলে-দিয়ো জুই ॥৬২৬



লঙ্কা দগ্ধ।

K M P

খল খলি হাঁসি সিটো বোলে ভাল বুদ্ধি ইটো
লগালে লাঙ্গুলে জুই টান ।
গলত লগায়া ডোল আগে পাছে কৰি বোল
ফুৰাইবাক লৈল থানে থান ॥
হনুমন্তে কৰি মায়া ক্ষীণ কৰি নিজ কাঁয়া
ডোল হোঁসকাইলন্ত গলৰ ।
যতেক ৰাক্ষস ধৰি মুকুতি মুকুতি মাৰি
ডেৱে চৰিলন্ত চৌলিঘৰ ॥৬২৭
আথ্যাকে লাঙ্গুল ফুৰাই তাহাত অগনি লগাই
জ্বালিলন্ত অশেষ পুৰত ।
পুত্ৰৰ কৰ্ম্মক দেখি বায়ুৰ আনন্দ ভৈল
বৈৰে লৈলা ঊনপঞ্চাশত ॥
লঙ্কাৰ ভিতৰে যত ঘৰআছে অসংখ্যাত
সমস্তকে দহিলেক গৈয়া ।
আই বাপু পাৰে গেড়ি ৰাক্ষস পলাই ডৰি
পুত্ৰ নাতি সব কোলে লৈয়া ॥৬২৮
জনক নন্দিনী শুনি অগনিক স্তুতি বাণী
বুলিলন্ত কৰজোৰ কৰি ।
এতেকে অগনি তাঙ্ক দুখ নেদিলন্ত আতি
জ্বলিলন্ত শান্তৰূপ ধৰি ॥

---

আথাকে - খৰকৈ । চৌলিঘৰ—ৰাজপ্ৰসাদ ।
সঞ্চ - সঁচ ।

এহিমতে লঙ্কাপুৰী ছাই তুলি ছন্ন কৰি
মুখে মুক্তি অগনি মুমাইলা।
আৰে সীতা গোসাঁনীক সেৱা কৰি আহো বুলি
অশোক বনত প্ৰবেশিলা ॥৬২৯
জানকীক নমি গৈয়া কৰজোৰে কহিলন্ত
সব লঙ্কা পুৰীৰ দহন।
তোমাৰ প্ৰসাদে আই পাপিষ্ঠ যে ৰাৱণৰ
লঙ্কাপুৰি কৰিলোঁ উচ্ছন্ন ॥
জানকী বোলন্ত বাপু ৰাত্ৰি গোট বঞ্চিয়োক
দুখ বৰ পাইলি বন্ধনত।
তোহোৰ বন্ধনে বাপু বহু শোক লভিলোঁহোঁ
আবে ৰঙ্গ মিলিল মনত ॥৬৩০
হনুয়ে বোলন্ত আই যিবা কিছু কহিবাহা
শ্ৰীৰামক প্ৰতি কহিয়োক।
যেন যেন বাৰ্ত্তা লই তান পদে নিবেদিবো
সেহিমতে মোক শিখায়োক ॥
মই এথা ৰহিলাত বিলম্ব হৈবেক মাৱ
প্ৰভু তৈতে আছে বাট চাই।
জানকী বোলন্ত বাপু অলপতে নেন্ত মোক
কহিওক প্ৰাণ প্ৰভু ঠাই ॥৬৩১
হেন শুনি হনুমন্তে প্ৰদক্ষিণে নমিলন্ত
জানকীৰ চৰণ যুগল।

বোলন্ত থাকিয়ে আই চিন্তা শোক পৰিহৰি
মই কাৰ্য্য সাধিবো সকল ॥
হৰি হৰি কিনো ভৈল নৰতনু ব্যৰ্থ ভৈল
বিভুক পাহৰে ভোগ আশে ।
অনন্তে কাকুতি কৰে শুনিয়োক সব নৰে
ৰাম বুলি চলা তান পাশে ॥৬৩২

---

ঘোষা ॥ ৰাঘৱ ৰঘুপতি ৰমাকান্ত ।
পৰম পুৰুষ দেৱ অনন্ত ॥

পদ ।

সীতাক সম্বুধিয়া হনুমন্ত ।
আকাশ লঙ্ঘি ডেৱ কৰিলন্ত ॥
মধ্য সমুদ্ৰ যেবে আসি পাইল ।
কিল্ কিল্ কৰি শব্দ বজাইল ॥৬৩৩
জাম্বুৱন্ত আদি যত বীৰগণ ।
শব্দতে জানিল কাৰ্য্য শোভন ॥
হনু গৈয়া তেতিক্ষণে পাইল ।
দেখিয়া সবে আগবাঢ়ি আইল ॥৬৩৪

সাদৰে দিলা স্থান বসিবাক ।
বসিলা হনুৰে নমি তাৰাক ।
জাম্বুৰে বোলে শুনা হনু বাপ ।
কহিয়া গুচায়ো মনৰ তাপ ॥৬৩৫
হনুৰে পাছে কহিবাক লৈলা ।
পথত যেন যেন কাৰ্য্য ভৈলা ॥
প্ৰথমে সুৰেষাক লাগ পাইলা ।
তেহেঁ পৰীক্ষিয়া মায়া কৰিলা ॥৬৩৬
তাহাকো তৰিয়া গৈলো এৰাই ।
মৈনাকে বাট ভেণ্টিলেক যাই ॥
তাহাক হঠাৎ প্ৰহাৰ কৈলো ।
পাছে দুয়োহন্তে মিত্ৰ কৰিলো ॥৬৩৭
অনন্তৰে আশাড়িকাক মাৰি ।
গৈলোঁ মহা বেগে সমুদ্ৰ তৰি ॥
সুবেল পৰ্ব্বতে পৰিলো গৈয়া ।
পাছে তৈৰ হন্তে বেগে নামিয়া ॥৬৩৮
সন্ধ্যা ভৈল দেখি বিড়াল বেশ ।
ধৰিয়া নগৰে ভৈলো প্ৰবেশ ॥
সমস্ত ঘৰ বিচাৰিবে লৈলো ।
ৰাৱণ অভ্যন্তৰে চলি গৈলো ॥৬৩৯
ভিণ্ডাকাৰে সিটো আছে শুতিয়া ।
দিব্য সুন্দৰী আছে আলিঙ্গিয়া ॥

মই বোলো এম্বে জনক জীউ ।
শোকে দুখে মোৰ উৰিল জীউ ॥৬৪০
কেশ জুখি পাছে মুখ স্তঙ্গিয়া ।
স্তুহিকা জানিলো শোক তেজিয়া ॥
অনেক বিচাৰি নপাই লাগ ।
বিস্তৰ কান্দিলো মানি অভাগ ॥৬৪১
পাছে সম্পাতিৰ বচন স্মৰি ।
অশোক বনে গৈলো ৰঙ্গ কৰি ॥
দেখিলো সীতা সিংশপাৰ তলে ।
আছন্ত অনেক ৰাক্ষসী মেলে ।৬৪২
প্ৰভাত দেখিয়া গাছে উঠিলো ।
সিংশপাতে পাছে লুকাই ৰহিলো ॥
অনন্তৰে দুষ্ট ৰাৱণ আইল ।
গালি দিয়া আই শাস্তী খেদাইলা ॥৬৪৩
দুপৰ বেলা অৱসৰ পাইলো ।
প্ৰণামিয়া পাছে সব কহিলো ॥
ফল দিলা আই তাকো ভুঞ্জিলো ।
ৰাৱণৰ উপবন ভাঙ্গিলো ॥৬৪৪
বিস্তৰ ৰাক্ষস মাৰিলো তাৰ ।
সমৰে পৰিল অক্ষয় কুমৰ ॥
অনন্তৰে ইন্দ্ৰজিত যে আইল ।
আমাত সিয়ো ঘোৰ যুদ্ধ দিল ৬৪৫

বন্দী কৈলে নাগ-পাশ হানিয়া ।
পাৰিয়ো এৰাইতে গৈলোঁ বন্দী হুয়া
ৰাৱণাৰ আগে মোক দিলেক ।
কহিলো সব যত পুছিলেক ॥৬৪৬
লাঙ্গুত মোৰ লগাইলেক জুই ।
ময়ো ডেৱ দিলো আনন্দ হুই ॥
চৌলিঘৰে গৈয়া পৰিলো তাৰ ।
যত আন ঘৰ পালো লঙ্কাৰ ॥৬৪৭
সমস্তকে দহি তুলিলোঁ ছাই ।
পাছে সীতা আইক দেখিলোঁ যাই ॥
তাহান্ত বিদায় কৰি আসিলো ।
সুধিলা যত সব তাক কৈলো ॥৬৪৮
শুনিয়ো লোক দেখিয়ো কেন ।
শ্ৰীৰাম সেৱকৰ বল যেন ॥
আইলা একেস্বৰে শক্ৰ সংহৰি ।
অনন্তে কহে বোলা হৰি হৰি ॥৬৪৯

---

ঘোষা ॥ ৰঘুপতি ৰঘুপতি ৰঘুপতি ৰাম
প্ৰভু ৰাম, ৰঘুপতি ৰঘুপতি ৰাম ।

পদ ।

পাছে জাম্বুৱন্ত আদি যত কপি বল ।
জানকীৰ বাৰ্ত্তা সবে পাইলেক সকল ॥
আনন্দে নাচন্ত গান্ত খিখিন্দি কৰন্ত ।
হনুক প্ৰশংসি ৰাম পাশে চলিলন্ত ॥৬৫০
এহিমতে চলি যান্তে মধুবন পাইলা ।
দধিমুখ গাল ভাঙ্গি সবে তাক খাইলা ॥
দধিমুখে গোচৰিল সুগ্ৰীৱত যাই ।
দেখা গাল ভাঙ্গিলেক অঙ্গদে চড়াই ॥৬৫১
উখসা গালক দেখি ৰাম লখমণ ।
হাঁসি উথলিয়া গৈল সবে কপিগণ ॥
অনন্তৰে সবে গৈয়া তথাতে মিলিলা ।
হনুমন্তে ৰামৰ চৰণে প্ৰণামিলা ॥৬৫২
কতোক্ষণে উঠি সুগ্ৰীৱক নমিলন্ত ।
তাহানে আজ্ঞায় বাৰ্ত্তা সমস্ত কৈলন্ত ॥
প্ৰিয়াৰ নিকাৰ শুনি ৰঘুৰ নন্দন ।
শোক-সাগৰত মগ্ন ভৈলা তেতিক্ষণ ॥৬৫৩

সুগ্রীৱ লক্ষ্মণ জাম্বুৱন্তে বুজাইলন্ত ।
কিছু সুস্থ হুযা প্রভু তাৰাক বোলন্ত ॥
আবে কেন কাৰ্য্য কৰো কহিয়ো প্রত্যেকে ।
সবে হন্তে বোলে যাওঁ সমুদ্র পাৰকে ॥৬৫৪
হেন শুনি ৰঘুপতি উঠিলা তেখন ।
গিৰিসিত কৰি লৰি গৈল কপিগণ ॥
পাছে সমুদ্রৰ তটে শুই ৰঘুৰায ।
স্বপ্নে দেখা দেন্ত বুলি আছে বাট-চাই ॥৬৫৫
তিনি দিন মানে দেখা নেদে সিন্ধু দেখি ।
বুলিলন্ত ক্রোধে প্রভু আৰক্ত আখি ॥
পাপিষ্ঠ সাগৰ তোৰ গৰ্ব্ব চূৰ কৰো ।
অগ্নি বাণ হানি সব জলক সংহৰো ॥৬৫৬
তবে চলি যাক মোৰ ভালুক বানৰ ।
এহি বুলি ধনুত জুৰিলা অগ্নি শৰ ॥
দেখি সাগৰৰ ভয় গৰ্ব্ব গলি গৈল ॥
দণ্ডবতে আগে পৰি বুলিবাক লৈল ॥৬৫৭
নমো ভগৱন্ত আদি অন্ত নাহি যাৰ ।
তোমাৰ স্রজন প্রভু সমস্ত সংসাৰ ॥
অগাধ কৰিয়া মোক আপুনি থৈলাহা ।
আবে পথ দেহ বুলি কিসক বোলাহা ॥৬৫৮

---

গিৰিসিত—গিৰৎ কৰে. ততালিকে ।

এতেকে উপায় দিয়ো শুনিয়ো ঈশ্বৰ।
পৰ্ব্বতৰ সেতু বান্ধিয়োক দৃঢ়তৰ ॥
তল যাইবে শঙ্ক নকৰিবা ৰঘুৰায়।
নলে চুলে মাত্র আৰ তলক নযায় ॥৬৫৯
তোমাৰো যশস্যা ৰৌক সংসাৰত ভৰি।
এহি বুলি সমুদ্র গৈলেক সেৱা কৰি ॥
পাছে ৰঘুবৰে সেতু বান্ধিবাক লৈল।
বৰ বৰ বাৰ শিল আনিবাক গৈল ॥৬৬০
হটো কথা থৈয়া কহোঁ লঙ্কাৰ বৃতান্ত।
হনুমন্তে যেবে লঙ্কা দহি আসিলন্ত ॥
তেবে তৈত বিস্তৰ উৎপাত আসি ভৈল।
দেখিযা সবাৰো মহাত্রাস মিলি গৈল ॥৬৬১
বিভীষণ আদি যত পাত্রগণ আছে।
আলোচিয়া সবে আইল ৰাৱণৰ কাষে ॥
কৰজোৰ কৰি বোলে শুনা লঙ্কানাথ।
তোমাৰ আগত আমি কহোঁ হিত পথ ॥৬৬২
যিটো শ্রীৰাম দেৱ জগত ঈশ্বৰ।
তেহেঁ সমে কলহ লাগিল আমাসাৰ ॥
যেবে ..তা সপুত্র বান্ধৱে নষ্ট হওঁ।
তাৰে এক কৰ্ম্ম কৰা তোমাত জনাওঁ ॥৬৬৩
আপোনাক ৰাখি আমাসাকো ৰাখিয়োক।
মাথে তুলি সীতা ৰাম চৰণে দিয়োক ॥

তেবেসে কল্যাণ হব সমস্ত প্ৰজাৰ।
শুনি ক্ৰোধ উঠি গৈল ৰাৱণ ৰাজাৰ ॥৬৬৪
উঠি তেতিক্ষণে গৈয়া চৰণে তাড়িল।
বিভীষণ হৃদয়ত সন্ধানে পৰিল ॥
আসনৰ হন্তে পৰিলন্ত বিভীষণ।
কতোক্ষণে উঠি গৈয়া নমিলা চৰণ ॥৬৬৫
থাকিয়োক মহা সুখে বুলি মহাৰায়।
শ্ৰীৰামৰ পাশে গৈয়া কৰিল আশ্ৰয় ॥
ৰামৰ চৰিত্ৰ শুনা সবে মন কৰি।
কহয় হৃদয়ানন্দে বোলা হৰি হৰি ॥৬৬৬

---

ঘোষা ॥ সীতাপতি ৰাম জানকী জীৱন।
তাৰলা সমুদ্ৰে হেলে কৰিয়া বন্ধন ॥

পদ।

মুক্ষ মুক্ষ কপি পৰ্ব্বতক বহি কান্ধে।
শ্ৰীৰামৰ আজ্ঞায় সাগৰে সেতু বান্ধে ॥
মহেন্দ্ৰ গিৰিৰ পৰা সুৱেল পৰ্য্যন্তে।
দশ যোজনক জুৰি পথালিৰ অন্তে ॥৬৬৭

লৰৰা লৰৰি কৰি পৰ্ব্বত পেলান্ত ।
পেলাৱন্তে আসি নল বানৰ চোৱন্ত ॥
পুঙ্কা যেন উপাঙ্গিয়া উপৰত ৰহে ।
দেখি আনন্দেতে জয় জয় ৰাম কহে ॥৬৬৮
এহিমতে শতেক যোজন সমুদ্ৰক ।
সেতু বান্ধি পাৰ হুয়া যান্ত সুবেলক ॥
সেতু গোট ভৰি পূৰি বান্দৰ চলিল ।
ইপাৰ সিপাৰে শোভে বৰণ কপিল ॥৬৬৯
শ্ৰীৰামৰ লগে চলি যান্ত বিভীষণ ।
সুবেল পৰ্ব্বতে গৈয়া ৰহিল তেখন ॥
সসৈন্যে ৰাঘৱ যেবে পাৰ হুয়া ৰৈল ।
দশগ্ৰীৱ শুনি অস্থিৰ মন ভৈলা ॥৬৭০
দশ মুখে একেবাৰে পুছিবাক লৈলা ।
সাগৰ সমুদ্ৰ সিটো কেনে পাৰ ভৈলা ॥
নিশ্চয় জানিয়া তাৰ বিস্ময় মিলিল ।
শুক সাৰণক তেতিক্ষণে আদেশিল ॥৬৭১
কত সৈন্য আইল তাৰ বীৰ আছে যত ।
গণি আনি শীঘ্ৰে কহ মোহোৰ আগত ॥
শুনি শুক সাৰণে সৈন্যৰ মাজ পশি ।
কিছু গণিলন্তে বিভীষণে পাইল আসি ॥৬৭২

---

পুঙ্কা—পুঙা ।

ধৰি নিয়া দুতে ৰাম আগে যোগাইলন্ত ।
দেখিয়া শ্ৰীৰামে দুইকো নিৰ্ভয় দিলন্ত ॥
ৰাৱণক লাগি বাক্য কটুৰ পঠাইল ।
ৰামক প্ৰণামি দুয়ো লঙ্কাত পয়িল ॥৬৭৩
মেঢ়ত তুলিল নিয়া আপোন ৰাজাক ।
আঙ্গুলী তৰিয়া দেখাৱয় বীৰ জাক ॥
নল, নীল, সুসেন, অঙ্গদ, জাম্বুৱন্ত ।
সৈন্দ্য, দ্বিবিধ, হনুমন্ত আদি যত ॥৬৭৪
যত মুক্ষ মুক্ষ চিনাইলেক বীৰগণ।
শ্ৰীৰামক চিনাবয় শুক যে সাৰণ ॥
দেখিয়োক যিটো জন পৰ্ব্বত মূলত ।
বসি আছে যাৰ সম নাহি জগতত ॥৬৭৫
দুৰ্ব্বাদল শ্যাম তনু পূৰ্ণ চন্দ্ৰ মুখ ।
দৰশনে লোকৰ মিলয় মহা সুখ ॥
অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰ গৰব গুণে অনুপম !
চিনিয়োক ভালে ৰাজা এন্তে শ্ৰীৰাম ॥৬৭৬
ইহান ডাহিন পাশে দেখিয়ো নৃপতি ।
সুবৰ্ণ গৌৰাঙ্গ তনু চন্দ্ৰসম জ্যোতি ॥
ৰামৰ কনিষ্ঠ এন্তে লখমণ বীৰ .
যাৰ শৰ প্ৰহাৰে পৰ্ব্বত মেলে ছিৰ ॥৬৭৭

সুৰ সিদ্ধ নাগ যাক তৰতৰি মান ।
হেন বীৰ নাহি আগে থিৰ হুইবে তান ।।
আৰৰ দেখিযো ৰাঘৰৰ বাম পাশে ।
সঘনে লঙ্কাক চাই ক্রোধ মনে আছে ।।৬৭৮
এহি বিভীষণ ৰাজা তোমাৰ কনিষ্ঠ ।
ৰাজ্য দিলা ৰামে চিন্তে তোমাৰ অনিষ্ট ।।
তেৰ দেখিযোক লক্ষ্মণৰ বাম পাশে ।
মেঘৰ সদৃশ যাৰ শৰীৰ প্রকাশে ।।৬৭৯
বানৰৰ ৰাজা তেন্তে সূর্য্যৰ নন্দন ।
সাতো পৃথিবীৰ জড়াই আছে কপিগণ ॥
ৰামৰ পৰম ইষ্ট বালিৰ কনিষ্ঠ ।
এহেন্তে সুগ্রীৱ চিন্তে তোমাৰ অনিষ্ট ॥৬৮০
এহি বীৰ সকল জানিবা মহাশয় ।
লঙ্কাপূৰী ৰসাতল নিবেক নিশ্চয ॥
তোমাক লাগিযা ৰামে কৈলা বীৰ বাক ।
যি গর্ব্বত থাকি মোৰ হৰিল সীতাক ।৬৮১
সিটো বলবীর্য্য মোৰ আগে দৰশোক ।
শিৰ ছেদি বলি দেও ৰণচণ্ডী খাউক ॥
আমি দুই হিত কহোঁ ৰাজা শুণিয়োক ।
দুর্গতি তাৰিৱা যেবে শীঘ্র শুনিয়োক ॥ ৬৮২
গলে ছাল বান্ধি সীতা মাথাত কৰিয়ো ।
ৰাঘৰৰ পাশে নিযা তাহাক অর্পিযো ॥

তেবেসে সমস্ত কাৰ্য্য হব সুশোভন ।
গৰ্ব্ব কৰি নকৰিলে কুলো হৈব ছন্ন ॥ ৬৮৩
শ্ৰীৰামৰ সৈন্য দেখি ৰাৱণৰ ভয় ।
দীন হীন মূঢ় মতি অনন্তে কহয় ॥
ৰামৰ চৰণে যাৰ আছে মন কাম ।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৬৮৪

---

ঘোষা ॥ ৰাম কৃপাময় করুণা সিন্ধু ।
ভকত জনৰ তুমিসে বন্ধু ॥

পদ ।

দূতক ক্ৰোধিয়া ৰাজা বোলয় ।
কমন কাৰ্য্যে পঢ়িলাহা নয় ॥
আপোন নৃপতিক কৰি তুচ্ছ ।
পৰ নৃপতিক কৰস উচ্চ ॥ ৬৮৫
এভেকে অসাঠন দুয়ো জন ।
নিকালি খেদ চেৰতীয়াগণ ॥
শাৰ্দ্দূল আদি যত দূত জাক ।
পাঠাইল ৰামৰ সেনা গণিবাক ॥ ৬৮৬

---

নয়—নীতি-শাস্ত্ৰ ।

তাৰাকো বিভীষণে লাগ পাইল।
লাঠি ভুকু কিল বহু মাৰাইল ॥
বান্ধে সমে এৰি পঠাইয়া দিল।
ৰাৱণে সবাৰো বান্ধ মেলিল ॥ ৬৮৭
শাৰ্দ্দুল প্ৰমুক্ষে ছাৰে বোলয়।
সাৰণে যি কৈল সকলে হয় ॥
তুমি যে সুন্দৰী কৈতো নাপাইলা।
ৰাম অগনিৰ শিখা হৰিলা ॥ ৬৮৮
বিৰাধ কবন্ধ ত্ৰিশিৰা কাল।
ত্ৰিজগতে বালি বীৰ বিশাল ॥
তাকো একেশৰে পেহ্লাইলা মাৰি।
তাহান ভাৰ্য্যাক আনিলা হৰি ॥ ৬৮৯
এতেকে তোমাৰ নাহি কল্যাণ।
তথাপি চিন্তিয়ো আপোন ত্ৰাণ ॥
হেন শুনি তাকো গৰ্জ্জিয়া ৰায়।
কাৰ্য্য আলোচিলা পাত্ৰ মিলাই ॥ ৬৯০
বিদ্যুজ্জিহ্বক বোলে মাতিয়া।
ৰাম শিৰ ধনু আন সাজিয়া ॥
তেতিক্ষণে সিটো স্ৰজিয়া দিল।
সীতাৰ পাশক ৰাৱণে নিল ॥ ৬৯১

---

অসাঠন—অপাত্ৰ, অকাজুৰা, অকামিলা।

ভৈলেক থিয় কৰি শিৰ ধনু।
সীতাক ৰাৱণে বোলয় পুনু॥
শুনহ জানকী বোলোহোঁ তোক।
যাহাক আশে নৱৰস মোক॥৬৯২
তাহাৰ হেৰা কৰিলোঁ কাল।
আবেসে তোহোৰ ভৈলেক ভাল॥
এহি বুলি শিৰ আগত দিল।
নিদ্রাত মাৰিলোঁ বুলি কহিল॥ ৬৯৩
লক্ষ্মণ পলাইল পাইয়া প্রহাৰ।
সকল কপিগণ গৈল মাৰ॥
শুনিযা সীতাৰ শ্রুতি হৰিল।
স্বামী শিৰ লৈয়া বহু কান্দিল॥ ৬৯৪
হৰি হৰি বিধি কি ভৈল মন্দ।
সৰ্ব্বনাশ ভৈল কৈকেয়ীৰ দন্দ॥
কিমতে পৰ দেশে মৃত্যু পাইল।
কিনো বিপাকত ৰাজ্য হৰাইল॥ ৬৯৫
বিস্তৰ বিলাপ কৰিলা আই।
সঙ্খেপ পদত কহিতে নাই॥
এত হন্তে দ্বাৰী আসিয়া ভৈলা।
কৰযোৰে আগে বুলিবে লৈলা॥ ৬৯৬
শুনিয়ো প্রভু কাৰ্য্য বিসঙ্গতি।
দ্বাৰতে ৰৈয়াছে পাত্র সেনাপতি॥

শীঘ্রে আসন্তোক পঠাইল বুলি।
শুনিয়া আথে বেথে গৈলা চলি ॥ ৬৯৭
ৰাজাক দেখি কৰযোৰে কয়।
বোলে ৰাম সেনা চানি আসয় ॥
সত্বৰে নিশানত বাড়ি দিয়া।
সমস্ত কটক আন জড়াইয়া ॥ ৬৯৮
শুনিয়া নিশানত বাড়ি দিল।
টমকিল ঢোল সেনা মিলিল ॥
প্রহস্তে কহিলা ৰাজাৰ আগে।
সব সেনাগণ আসিল ভাগে ॥ ৬৯৯
ইকথা আবে এহিমানে থওঁ।
শুনিয়ো জানকীৰ কথা কওঁ ॥
যেথন ৰাৱণ গুচি গৈলেক।
মায়া শিৰ অন্তৰ্ধ্যান ভৈলেক ॥ ৭০০
স্বামীৰ শিৰ নেদেখন্ত আই।
সৰমা জানি গৈলে সেহি ঠাই ॥
সীতা দুখ দেখি নসহে জীউ।
শান্ত কৰি বোলে জনক জীউ ॥ ৭০১
নকান্দা নকান্দা শুনিযো সতী।
যুগে যুগে বৈল তোৰ খিয়াতি ॥

---

নিশানত বাড়ি দিয়া—পতাকা উৰাই, ঢোল পিতি।
কটক—সৈন্য।

ৰাবণে অনেক মায়া কৰয় ।
বিছনী বাৰে কি মেৰু টলয় ॥৭০২
ৰাক্ষসে ৰামক মাৰিলে কয় ।
জানস সিংহক শশা মাৰয় ॥
আকো পতিয়াস কিনো আজলী ।
তোৰ স্বামীসম নাহিকে বলী ॥৭০৩
তোক দেখি সখী চিনিলোঁ মই ।
বিধবা নহ কদাচিতো তই ॥
অল্পতে পাইবি স্বামীৰ কোল ।
নিষ্টে নিষ্টে জানা মোহোৰ বোল ॥৭০৪
যদি তথাপিতো প্ৰমাণ নাই ।
এখনে আসোঁ তোৰ স্বামী চাই ॥
মহা মূঢ় মতি অনন্তে কয় ।
শুনিয়ো সব সভাসদ চয় ॥৭০৫
কলিত শ্ৰৱণ কীৰ্ত্তনে সাৰ ।
অন্যত্ৰ ধৰ্ম্মে নাহি অধিকাৰ ॥
জানিয়া শ্ৰৱণ কীৰ্ত্তন কৰা ।
ৰাম ৰাম বুলি সমস্তে তৰা ॥৭০৬

ঘোষা॥ স্বামী ৰাম, তুমি দেৱ,
দীন দুঃখহাৰী ॥

পদ।

সৰমাৰ স্নেহ দেখিলা ।
সীতা আই বুলিবে লাগিলা ॥
তুমি জানোঁ সোদৰ বহিনী।
কোন বিধি মিলাইলেক আনি ॥৭০৭
যাস্তে গৈয়া আসা বাৰ্ত্তা লই ।
মই হেৰা থাকোঁ বাট চাই ॥
সৰমা চিলনী বেশ ধৰি ।
গৈয়া দেখি আইলা শীঘ্ৰ কৰি ॥৭০৮
সৰমাক দেখি আকলিলা ।
তেহোঁ হাঁসি কহিতে লাগিলা ॥
সসৈন্যে ৰামক দেখি আইলো ।
ৰাৱণৰ সব বাৰ্ত্তা পাইলোঁ ॥৭০৯
বৃদ্ধ মন্ত্ৰী সবে বুলিলেক ।
ৰাঘৱক তোমাক দিবেক ॥
নোফড়ে তাহাৰ সিটো মতি ।
অৱশ্যে যাইবেক অধোগতি ॥৭১০

---

নোফোড়ে—নোভোতে ।

এতেকে নিশ্চিন্তে থাকিয়োক
অনন্তৰে কহোঁ শুনিয়োক ॥
ৰাম সেনা শৰদৰ জাক ।
চাঙ্ক লাগি গৈলেক লঙ্কাক ॥৭১১
শুনিয়া ৰাৱণ ভয় পাইল ।
পাত্রগণ তেখনে মিলিল ॥
ৰাম আইলা কৰিতে সমৰ ।
তাৰ সৈন্য বনৰ বান্দৰ ॥৭১২
কন্দুৱাইবে সিটো খছু কাৰ ।
তথাপিতো সাজিয়ো আমাৰ ॥
বনচৰ দুই গোটা পশু ।
সিটো কৰিবেক কিবা আশু ॥৭১৩
অৱশ্যে মৰিবে মোৰ হাতে ।
শুনি চপৰাইলা সবে মাথে ॥
কোনো পাত্রে একো নুবুলিল ।
মাল্যৱন্তে বুলিবে লাগিলা ॥৭১৪
শুনা দশ স্কন্ধ ৰাজা নয় ।
নোপোচস ভভো কহোঁ মই ॥
উশৃঙ্খল হুয়া নমানস ।
জগততে বিষক ঢালস ॥৭১৫

---

মসিমূৰ—ধ্বংশ, নাশ। কন্দুৱাইবে—খজুৱাব।
চাঙ্ক—চক

অধৰ্ম্মৰ ফল সব পাইবে।
ৰাম-সিংহে তোক খেদি খাইবে॥
কুলকো কৰিবি তই চূৰ।
লঙ্কা পূৰী হৈবে মসিমুৰ॥৭১৬
উৎপাতে সাক্ষাতে দেখাৱয়।
সিহেতু শুনিবি ৰাজ-নয়॥
বলে যেবে যাহাক নাপাৰি।
তাহাক আপুনি গৈয়া বৰি॥৭১৭
এতেকে সীতাক কান্ধে কৰ।
ৰাঘৱৰ পাৱে গৈয়া ধৰ॥
তেবেসে তোহোৰ প্ৰাণ ৰয়।
শুনি ক্ৰোধে ৰাৱণে বোলয়॥৭১৮
তোমাসাত কোনে সোধে নয়।
গুচি যায়ো আপোন নিলয়॥
শুনি মাল্যৱন্তে ক্ৰোধ কৰি।
গালি পাৰি যান দড়াদড়ি॥৭১৯
ৰাম শৰে হৈবি থিস্ মিস্।
নেদেখিবি তই কোনো দিশ॥
শিৰে তোৰ যম-কাল নাচে।
এহি বুলি গৈলা বুঢ়া পাছে॥৭২০

---

ৰাজ-নয়—ৰাজ-নীতি। থিস্‌মিস্—ঘনকৈ হান খোৱা।

ৰাৱণেয়ো সিংহাসনে বসি ।
পাত্ৰগণ সমে বিমৰষি ॥
যুদ্ধৰ কাৰ্য্যক নিৰুপিল ।
মধ্যে বিৰুপাক্ষক থাপিল ॥৭২১
কিৰীটি কুণ্ডল টাড় হাৰে ।
মণ্ডিলে সবাকে অলঙ্কাৰে ॥
কৃতাৰ্থ মানিয়া আপোনাক ।
পশি গৈল অন্তেসপুৰক ॥৭২২
অনন্তৰে ৰাম লখমণ ।
সুগ্ৰীৱ জাম্বুৱন্ত কপিগণ ॥
মন্ত্ৰণা কৰন্ত বসি কাজ ।
সেতু বান্ধি আইলো লঙ্কা-ৰাজ ॥৭২৩
তভো জানা কাৰ্য্য নিসিজয় ।
লঙ্কা গড় ত্ৰৈলোক্য বিজয় ॥
ৰাৱণা তহিত সাজি চয় ।
শুনিয়োক নিশান বাজয় ॥৬২৪
বিভীষণ পাত্ৰ চাৰি জন ।
জানি আইল সমস্ত কাৰণ ॥
যাক যৈত ৰাৱণে থাপিলা ।
বিভীষণে ৰামত কহিলা ॥৭২৫
শুনিয়োক ভাৰতৰ প্ৰজা ।
নামেসে জানিবা ধৰ্ম্ম ধ্বজা ॥

কাল-দেশ পাত্র নচায়য় ।
স্মৰিলে ঈশ্বৰ পৰিচয় ॥৭২৬
এহি জানি নামক নেৰিবা ।
অনায়াসে মুক্তিক লভিবা ॥
মূৰুখ হৃদয়ানন্দ বাণী ।
ৰাম ৰাম বোলা সব প্ৰাণী ॥৭২৭

---

ঘোষা ॥ জয়তি ৰাঘৱ লখমণ দেৱ ।
ত্ৰিজগতে তোমাৰ চৰণ কৰে সেৱ ।

পদ ।

বিভীষণে কহিলেক লঙ্কাৰ বাৰ্ত্তাক ।
নিয়োজিলা ৰাঘৱে যুদ্ধক বীৰ জাক ॥
পূৰ্ব্ব দ্বাৰে সেনাপতি নীল বীৰ হোৱা ।
প্ৰহস্তে সহিতে তুমি সমৰ চলোৱা ॥৭২৮
শুনিয়োক বালি পুত্ৰ দক্ষিণে চলাহা ।
মহাপাৰ্শ্ব মহোদৰ সমৰে ঢালাহা ॥
পশ্চিমে চলাহা হনু সমৰ বিজয় ।
ইন্দ্ৰজিত সহিতে লাগোক ধুমা জয় ॥৭২৯

---

ধ্বজা—নিশান, চিন ।

বিভীষণ সমে আমি ৰাৱণক যুজো।
দশশিৰ ছেদি তাৰ ৰণ চণ্ডী পূজো॥
মধ্য থানে থাকোক সুগ্ৰীৱ কপিৰাজ।
জাম্বুৱন্ত আদি ৰাখো বান্দৰ সমাজ॥৭৩০
সৰ্বহি বান্দৰে মনুষ্যৰ বুদ্ধি ধৰা।
ঘৰহিতে যুজি দুষ্ট ৰাক্ষস সংহৰা॥
এহি বুলি লক্ষ্মণ সহিত চলিলন্ত।
সুবেলত চৰি লঙ্কাপুৰী দেখিলন্ত॥৭৩১
সুবৰ্ণ মাণিকে বিশ্বকৰ্ম্মা নিৰ্ম্মিলন্ত।
চাৰি দ্বাৰে ৰাক্ষস দেখিল অপৰ্য্যন্ত॥
কাণ্ডে খাণ্ডে যাঠি জোঙ বজাৰন্তে আছে।
অস্ত্ৰ শস্ত্ৰ ধৰিয়া যুদ্ধৰ সব কাছে॥৭৩২
অনন্তৰে তৈৰ হন্তে ৰাঘৱ নামিলা।
চৌদিশে যন্তায়ো বুলি আদেশ কৰিলা॥
ৰামৰ আদেশে সৰ্ব্ব দিশে যন্তাইলেক।
কিচ্ কিচ্ কুক্ কুকি শব্দ উঠিলেক॥৭৩৩
উত্তৰ দুৱাৰে ৰাম ৰৈলা সমদলে।
বিভীষণ লক্ষ্মণে সহিতে কতূহলে॥
অনেক কটুৰ বাক্য বুলি ৰঘুৱৰে।
অঙ্গদক পঠাইলেক ৰাৱণৰ তৰে॥৭৩৪

---

সৰ্বহি—সকলো। খাণ্ডা—খড়্গ দা।
বজাৰন্তে—গুলাই। ঘৰহিতে—নিজমঙ্গলৰ নিমিত্তে।

ৰাৱণৰ আগে ধীৰে গৈলা কপিবৰ ।
মেৰুৰ শিখৰ যেন দেখি কলেবৰ ॥
সম্মুখি বোলন্ত ওৰে দুৰ্জ্জন ৰাৱণ ।
মোক কি চিনস তই মই কোন জন ॥৭৩৫
বালিৰ নন্দন মই শ্ৰীৰামৰ দূত ।
তোক লাগি ৰামে বাক্য পঠাইলে বহুত ॥
ত্ৰৈলোক্যত যত যত অকৰ্ম্ম কৰিলি ।
ধৰ্ম্ম দোল সীতা দেবী ঘটক ভাঙ্গিলি ॥৭৩৬
এতেকে শ্ৰীৰামে দশস্কন্ধ ছেদিৱন্ত ।
তোক বলী দিয়া ৰণ চণ্ডী পূজিৱন্ত ॥
শুন ওৰে তিৰী চোৰ দুৰ্জ্জন ৰাৱণ ।
মুনিস হোৱস যদি আসি দেহ ৰণ ॥৭৩৭
নচেত সীতাক মাথে তুলি এতিক্ষণ ।
পশ গৈয়া ৰাঘৱৰ চৰণে শৰণ ॥
হেন নকৰস যদি ৰক্ষা নাহি তোৰ ।
যৈত পলা তৈতে খেদি খাব ৰামশৰ ॥৭৩৮
হেন শুনি ক্ৰোধিলা দুৰ্ব্বাৰ লঙ্কেশ্বৰ ।
চাৰি ৰাক্ষসক বোলে বান্দৰক ধৰ ॥
চাৰি গোটা বীৰে তান দুখান হাতক ।
ধৰি বল দিয়া নপাৰিল লাৰিবাক ॥৮৩৯
এহি মুখে ৰাৱণ ৰামক মুক্ষে চাস ।
চাৰিকো ঊৰ্দ্ধে নিয়া কৰিলা বিনাশ ॥

লাথি হানি ভাঙ্গিলা তাহাৰ ঢৌলিঘৰ ।
শ্ৰীৰামৰ আগে গৈয়া কৈলা কপিবৰ ॥৭৪০
শুনি ৰামে আদেশ কৰিলা চতুৰ্দ্দিশে ।
বৃক্ষ শিলা ধৰি যস্তাৱো নিঃশেষে ॥
আজ্ঞা শুনি ৰামৰ বেঢ়িয়া দিল কলি ।
কিচ্ কিচ্ কুক্ কুকি ভৈল যুদ্ধস্থলি ॥৭৪১
শুনি ৰাৱণৰ ভয় গৰ্ব্ব গৈল গলি ।
আদেশিল ৰাক্ষস কটক আগে চলি ॥
কাণ্ডে খাণ্ডে যাঠী জোং শৰদ আন্দোল ।
উভয় সৈন্যৰ যুদ্ধ ভৈগৈল তুমুল ॥৭৪২
প্ৰাঞ্চিত চৰিয়া ৰাক্ষসক ধৰি মাৰে ।
ৰাক্ষসে বান্দৰ মাৰি অগুক বিচাৰে ॥
এহি মতে উভয়ৰ ভৈল ধুমাজয় ।
শুনিয়ো যুগল যুদ্ধ কহো যেন নয় ॥৭৪৩
ইন্দ্ৰজিত অঙ্গদৰ ঘোৰ যুদ্ধ ভৈল ।
জম্বুমালী হনুৰ দুৰ্ঘোৰ মিলি গৈল ॥
সুগ্ৰীৱ সহিতে যুদ্ধ ভৈল প্ৰজঙ্ঘৰ ।
বজ্ৰ মুষ্টি ৰাক্ষসক মৈন্দ বীৰবৰ ॥৭৪৪
এহি মতে যুগলৰ ভৈল যুদ্ধ যত ।
ৰাম দেৱ জিনিল ৰাক্ষস ভৈল হত ॥

---

কলি—জয়ধ্বান । প্ৰাঞ্চি—প্ৰাচীৰ, গড়
ঢৌলিঘৰ—চৰাখৰ ।

মুকুথ অনন্তে কহে শুনা সৰ্ব্বলোক।
ডাকি হৰি হৰি বোলা পাতক ছাড়োক ॥৭৯৫

———

ঘোষা ॥ ৰঘুপতি ৰঘুবৰ ৰাঘৱ মুৰাৰি।
দেৱক তাৰিলা ৰাক্ষসৰ সেনা মাৰি ॥

পদ।

অঙ্গদে ভঙ্গাইল গুণে ইন্দ্ৰজিত বীৰ।
বান্দৰ গোটত মোৰ ভঙ্গ এত বৰ ॥
এহি বুলি নিকুম্ভিলা বট মূলে গৈলা।
যজ্ঞ কৰি মায়া ৰথে অন্তৰ্ধ্যান ভৈলা ॥৭৯৬
ৰাম লখমণ আনো যত কপিবৰ।
সবাকো জৰ্জ্জৰ কৰি আসিলেক শৰ ॥
ব্ৰহ্মাৰ বৰত অগনিত উতপন।
হেন শৰে সবাহাকে হৰাইল চেতন ।৭৯৭
ৰাৱণী দেখিল ভৈল নিচেষ্ট সবাৰে।
মনে মানিলেক সবে গৈল যম-ঘৰে ॥
হাঁসি আনন্দতে সিটো লঙ্কা লাগি গৈল।
চপকৰে নমিয়া বাপৰ আগে কৈল ॥৭৯৮

———

চপকৰে—বেগেতে।

যাহাৰ নিমিত্তে তযু হৃদি স্থিৰ নাই ।
পঠাইলোঁ মাৰিয়া সিটো গৈল যমালয় ।।
হেন শুনি ৰাৱণে ধৰিয়া হাত মেলি ।
শিৰত চুম্বন দিলা ধন্য ধন্য বুলি ।।৭৪৯
তাহাকে বিস্তৰ চাটু বুলিয়া পঠাইল ।
আবে কি কৰিবো বুলি মনতে ভাবিল ।।
ৰাম মৰি গৈল বুলি আতিকে উৎসাহ ।
আবে সীতা ভাৰ্য্যা হব মনে কৰে সাহ ।।৭৫০
ত্ৰিজটাক মাতিয়া আনিল তেতিক্ষণ ।
শুনহ ত্ৰিজটা ধৰ মোহোৰ বচন ।।
যি কাৰণে সীতা মোক কৰে অৱমান ।
তাহাক মাৰিল পুত্ৰে গৈল যম-থান ।।৭৫১
তুই মুই মৃত্যুকক দেখক আপুনে ।
পুষ্পকত তুলি সীতা নিয়োক এখনে ।।
ৰাৱণৰ আজ্ঞায়ে সীতাক তুলি লৈল ।
ৰথ বাহি তেতিক্ষণে ৰণভূমি পাইল ।৭৫২
পুষ্পকৰ পৰা সীতা দেবী দেখিলন্ত ।
ৰাম লখমণ দুয়ো পৰিয়া আছন্ত ।।
তেজে তোল বোল গাৱে নাহিকে চেতন ।
দেখি সীতা মূৰ্চ্ছা গৈয়া পৰিল তেখন । ৭৫৩
কতো বেলি চেতন লভিয়া সীতা শান্তী ।
বহুগুণ বৰ্ণায়া বিস্তৰ কান্দে সতী ।।

পাছে বুলিলন্ত সীতা ত্রিজটাক চাই ।
কোনো কুলক্ষণ মোৰ এক অঙ্গে নাই ।।৭৫৪
শুনহ ত্রিজটা কেনে ভৈলোহো বিধবা ।
ত্রিজতা বোলয় মাৱ বিধৱা নোহোৱা ।।
জিজ্ঞাসি চাহিলো তযু স্বামীক জানকী ।
মৃতকৰ মুখ হেন নোহে ভক ভকি ।।৭৫৫
শৰ বন্ধে পীড়িত হুই আছে দুই ভাই ।
এতিক্ষণে উঠিবন্ত নকান্দিবি আই ।।
হেন নানা বচনে সীতাক বুজাইলেক ।
যান পলটায়া পুনু থানক গৈলেক ।।৭৫৬
কতো বেলি পাছে ৰাম সন্ধুক্ষণ ভৈলা ।
শৰীৰৰ তেজ দুই হাতে মলছিলা ।।
লখাইক দেখিলা শৰীৰত জীৱ নাই ।
গলে বান্ধি কান্দিলন্ত অনেক বর্ণাই ।।৭৫৭
মুকুথ অনন্তে কয় দেখা দেখা ভাই ।
সংসাৰৰ মোহমায়া কেনেকে মেৰায় ।।
এতেকেতে সৱে ভজা প্রভুৰাম পদ ।
তেবেসে এৱাইবা জানা সংসাৰ বিপদ ।।৭৫৮

---

ঘোষা ॥ জগতৰ গুৰু ৰাম দেৱ দয়াময় ।
ৰাক্ষসক মাৰি দিলা দেৱক নির্ভয় ॥

পদ ।

পুনু মূর্চ্চা গৈলা প্রভু লক্ষ্মণৰ শোকে ।
আর্ত্তৰাৱে কান্দয় বেঢ়িয়া কপিলোকে ॥
এতহন্তে বায়ু আসি কর্ণে জপিলন্ত ।
আপুনি ঈশ্বৰ তুমি প্রভু ভগৱন্ত ॥৭৫৯
কিসক আপুনি আছা চেতন হৰাই ।
বায়ুৰ বচনে সুস্থ ভৈলা ৰঘুৰায় ॥
পাছে গৰুড়ক স্মৰিলন্ত দেৱহৰি ।
তেখেনে গৰুড় আসি ভৈলা চপকৰি ॥৭৬০
গৰুড়ক দেখি নাগ পাশ হোঁসকিল ।
দুয়ো ভাই সুস্থ ভৈল আনন্দ মিলিল ॥
গৰুড়ো গৈলন্ত দুয়ো ভাইক নমি ঘৰে ।
কুতূহল মিলি গৈল সব বান্দৰৰে ॥৭৬১
নৃত্য গীত ৰিঙ্গ ঝাণ্টি আকর্ণ শৱদ ।
লঙ্কাত চমক ভৈল ৰাক্ষস তবধ ॥
ৰাম লখমণ জীল জানিয়া লঙ্কেশ ।
ধূম্রাক্ষ বীৰক ৰাজা কৰিলা আদেশ ॥৭৬২

ৰাম লক্ষ্মণক মাৰি আনগৈ এখন ।
শুনি সিয়ো গৈয়া লগাইলেক ঘোৰ ৰণ ॥
অসংখ্য বান্দৰ সিটো কৰিলেক নাশ ।
হনুযে পৰ্ব্বত হানি নিল যম পাস ॥৭৬৩
পাছে অকম্পনক পাঠালে লঙ্কেশ্বৰ ।
সিয়ো গৈয়া মাৰিলেক অনেক বান্দৰ ॥
তাৰ পৰাক্ৰম দেখি মাৰুতি নসৈলা ।
বৃক্ষৰ প্ৰহাৰে তাকো যম পুৰে থৈলা ॥৭৬৪
বান্দৰৰ সিংহনাদ শুনিল ৰাৱণ ।
বজ্ৰদংষ্ট্ৰ বীৰক পঠাইল তেতিক্ষণ ॥
সিয়ো মহা বলৱন্ত ৰাক্ষস দুৰ্ব্বাৰ ।
দুৰ্ঘোৰ সমৰে কপি মাৰিল অপাৰ ॥৭৬৫
সুগ্ৰীৱে আপুনি বাট ভেণ্টিলেক তাৰ ।
পৰ্ব্বত মুণ্ডত মাৰি নিলা যম-দ্বাৰ ॥
বজ্ৰ দংষ্ট্ৰ পৰিল ৰাৱণ শুনিলেক ।
মনে সাৰ কৰি প্ৰহস্তক পাঞ্চিলেক ॥৭৬৬
সমদলে সাঁজি সিয়ো ৰণ ঝপাইলেক ।
উভয় দলৰ বহু সৈন্য পৰিলেক ।
তাক দেখি নীল সেনাপতি ধাই গৈলা ।
পৰ্ব্বতৰ শৃঙ্গ হানি মাৰিয়া পেলাইলা ॥৭৬৭

---

পাঞ্চিলেক—পঠালে ।

সেনাপতি প্ৰহস্ত পৰিল যেবে ৰণে।
শোকে দুখে আৰ্ত্ত ভৈল দুৰ্জ্জন ৰাৱণে॥
পাত্ৰ সব মিলাই আনি আলোচিল কাজ।
আপুনি ৰণক নযাই কৰিলোঁ অকাজ॥৭৬৮
এহি বুলি পাত্ৰ পুত্ৰ ভৃত্য সমন্বিতে।
চলি গৈল ৰাৱণ যুদ্ধক সমভৃতে॥
সমদলে লঙ্কাহন্তে বাদ্য বজাৱন্ত ;
ৰামদেৱে দেখি বিভীষণত পোছন্ত ।৭৬৯
কোন কোন বীৰগণ চিনিয়োক মিত্ৰ।
প্ৰচণ্ড প্ৰভাৱে আসে আমাক যুঁজিত॥
বিভীষণে দেখাৱৰ অঙ্গুলী নিৰ্দ্দেশি।
কাঞ্চনে মণ্ডিত ৰথে আসে যিটো বসি ।৭৭০
অতি নীল বৰ্ণ দেহ দেখিতে সুন্দৰ।
যাক ভয়ে সুৰ সিদ্ধ নাগ তৰতৰ॥
ইন্দ্ৰক ইঙ্গিতে যিটো ভঙ্গ কৰিছয়।
এহি ইন্দ্ৰজিত শ্ৰেষ্ঠ ৰাৱণ তনয়॥৭৭১
তাহাৰ সন্নিতে চলে সুবৰ্ণৰ ৰথে।
ধনুক টঙ্কাৰি যিটো আসে গৰজন্তে॥
পৰ্ব্বত সমান চৰা এহি অতিকায়।
দেৱাসুৰ নাগ সবে শৰদে পলায়॥৭৭২

---

সন্নিত—ওচৰ। টঙ্কাৰ—ধনু টানি কৰা শব্দ।

পূৰ্ণ চন্দ্ৰ সদৃশ ছত্ৰক তুলি লয়।
দুই পাশে ধৱল চামৰ টুপে দুই ॥
বিন্ধ্য গিৰি সদৃশ শৰীৰ যাৰ বলে।
জাতিস্কাৰ দশ মুখ অগ্নি সম জ্বলে ॥৭৭৩
এহিতো ৰাৱণ দদা পৰম দুৰ্ব্বাৰ।
শবদতে ৰিপুগণ পলায় যাহাৰ ॥
সাৱধানে যুঁজিবাহা ইটো ৰাৱণাক।
খলমলি লগাই আছে সবে ত্ৰৈলোক্যক ॥৭৭৪
নিৰন্তৰে শুনিয়োক ৰামৰ কীৰ্ত্তন।
শ্ৰীৰাম চৰণে সবে দিয়া একমন ॥
স্বপ্ন সম দেখিয়োক আন যত কাম।
তিলেক জীৱন জানি বোলা ৰাম ৰাম ॥৭৭৫

---

ঘোষা ॥ ৰাম নিৰঞ্জন জগত আধাৰ।
তুমিসে পৰম দেৱ আমাৰ ॥

পদ।

এত হন্তে আসি ৰাৱণ বীৰে।
জাকে জাকে হানি বান্দৰ মাৰে ॥
দেখিয়া আপুনি সুগ্ৰীৱে তাক।
'ৰহ' বুলি মাৰে পৰ্ব্বত জাক ॥৭৭৬

---

দুৰ্ব্বাৰ—দুৰ্দ্দমনীয়।

ৰাৱণে শৰ হানি ছন্ন কৈল ।
তাহাঙ্কো ঘোৰ শৰে শালি থৈল ॥
আপোন ৰাজাক দেখি বিকল ।
শিলা বৰিষন্ত বীৰ সকল ॥৭৭৭
সমস্তকে বীৰে পেলাইলে ঢালি ।
দেখিয়া লক্ষ্মণ গৈলন্ত চলি ॥
এতহন্তে হনু ৰাৱণ সমে ।
লাগিলা সমৰ বৰ বিক্ৰমে ॥৭৭৮
বাম হাতে দিলা চৰৱ তাক ।
মূৰ্চ্ছা গৈলা ৰাজা হৰাইলা বাক ॥
পাছে তাৰে চোটে হনু মূৰ্চ্ছিত ।
দেখি নীলে চাইল তাক যুজিত ॥৭৭৯
বৃক্ষে হানি দশোদিশক চাইল ।
দেখিয়া ৰাৱণে কাটি পেল্লাইল ॥
দ্ৰুত বেগে গৈয়া ধ্বজে পৰিলা ।
তৈৰ হন্তে গৈয়া মাথে চৰিলা ॥৭৮০
ইমাথাৰ হন্তে সিমাথাক যান্ত ।
থাহ থুহ কৰি গালে চৱৰান্ত ॥
তথা লাগি ৰৈল ৰাৱণ ৰায় ।
পাছে শৰে হানি থৈল বস্তাই ॥৭৮১
দেখিয়া লক্ষ্মণে বুলিলা বাক ।
শুন দুষ্ট যুদ্ধ দেহ আমাক ॥

শুনিয়া ৰাৱণে ক্রোধে কিটাইল ।
শৰেহানি দশোদিশক চাইল ॥৭৮২
লক্ষ্মণে সমস্ত কাটিল তাক ।
বাৰাম্বাৰে মাৰে অস্ত্রৰ জাক ॥
সঘনে দশগ্রীৱ্র মূর্চ্চা যায় ।
মৃত্যুৰ শঙ্কট মিলিল প্রায় ॥৭৮৩
শুণি বোলে আঙ্ক হুহিকে সম ।
আৰ যেবে যুঁজো চলিবো যম ॥
হেন শুনি শক্তি লৈলেক তুলি ।
হানিলে লক্ষ্মণক 'হোঁ' বুলি ॥৭৮৪
যাম্ভিয়া লক্ষ্মণক থৈলা শালি ।
নামিয়া আনিবাক গৈলা চলি ॥
ধৰিয়া কুৰি হাতে বল দিলা ।
অনন্ত বীৰ্য্য লোম নলৰিলা ॥৭৮৫
বিস্ময় গুণে কিনো পুৰুষেক ।
কৈলাশ পৰ্ব্বতো অতিৰেক ॥
হনুৱে দেখিলা কাৰ্য্য তাহাৰ ।
দিলন্ত নিৰ্ঘাট মুষ্টিৰ প্ৰহাৰ ॥৭৮৬
নিঢালে ৰাজা পৰি মূৰ্চ্চা গৈল ।
লক্ষ্মণক হনু তুলিয়া লৈল ॥

---

থাহ্-থুহ্—গম নোপোৱাকে ঘনাই বা খৰকৈ ।
নিৰ্ঘাটঃ—গুৰুতৰ, ডাঙৰ শব্দ কৰি ।

ৰাম পাশত নিয়া থৈলন্ত ।
লক্ষ্মণে ব্রহ্ম জ্ঞান স্মৰিলন্ত ॥৭৮৭
স্বৰূপ চিন্তিয়া ভৈলন্ত সুস্থ ।
ৰাৱণ চৰিল আপোন ৰথ ॥
ধনু শৰ ধৰি ভৈলেক সাজ ।
দেখিয়া শ্রীৰামে বুজিলা কাজ ॥৭৮৮
শৰ ধনু ধৰি যুদ্ধে লড়িলা ।
হনুয়ে দেখিযা পিঠিত লৈলা ॥
ঐৰাৱত কম্পে যেন বাসৱ ।
ৰাৱণক গালি দিলা ৰাঘৱ ॥৭৮৯
শুনৰে ৰাক্ষস অধম জন ।
তোহোক পঠাইবো যম কৰণ ॥
মোহোৰ ঘৰিণী হৰি আনিলি ।
কুকুৰে যেন হাণ্ডি চৰু চুইলি ॥৭৯০
এহি বুলি ৰথ ধ্বজ কাটিলা ।
সাৰথি মাৰি যম পুৰে নিলা ॥
হৃদযে মাৰিলা অনেক বাণ ।
ৰাৱণে জঙ্কাৰয় নাক কাণ ॥৭৯১
কিৰীটি কাটিল ভৈল নিশ্রীক ।
লাজ পাই গৈল নিজ পুৰিক ॥
পাত্রক মিলাই কহিলা কথা ।
যেন যেন ভৈল পূৰ্ব্বে ব্যৱস্থা ॥৭৯২

ব্ৰহ্মা দেৱে মোক দিলা নিৰ্ভয় ।
মনুষ্যতে মাত্ৰ হুইবেক ভয় ॥
নন্দি দুৱাৰীয়ে শাপিলে মোক ।
বান্দৰে মাৰ চিন্তিবেক তোক ॥৭৯৩
সেহি বাক্য সব আসি মিলিল ।
মনুষ্য বান্দৰে ভঙ্গাই খেদিল ॥
হিত বুলিল বিভীষণ ভাই ।
মাৰীচেয়ো মোত কৈল বুজাই ॥৭৯৪
তাকো নমানিলোঁ। মদ গৰ্ব্বত ।
যুদ্ধত ৰামে কৈল আশকত ॥
প্ৰহস্ত মমাই পৰিল ৰণে ।
সাৱধানে থাকা ৰাক্ষসগণে ॥৭৯৫
ৰামৰ সমান মুনিষ নাই ।
কুম্ভকৰ্ণ ভাইক আন জগাই ॥
এহি বুলি বহু ফৈদ পাঞ্চিলন্ত ।
কুম্ভ কৰ্ণক জগাই আনিলন্ত ॥৭৯৬
অলঙ্কাৰে মণ্ডি পঠাইল তাক ।
আকাশ লঙ্ঘি গৈল যুজিবাক ॥
দেখি ৰাম চন্দ্ৰে পুছিলা তয় ।
শীঘ্ৰে বিভীষণ কৰা পৰিচয় ॥৭৯৭

---

তয়—তাত, সেই ঠাইত, তেতিয়া।

শুনিয়ো সর্ব্বজন ৰাম কথা ।
দুর্ল্লভ জনম নকৰা বৃথা ॥
এৰিয়া ভাষ ভুষ যত কাম ।
নিৰন্তৰে নবে ঘুষিয়ো ৰাম ॥৭৯৮

---

ঘোষা ॥ জয়তি ৰাঘৱ ৰাম হৰি ।
তুমি ৰাক্ষসৰ অন্তকাৰী ॥

পদ ।

বিভীষণে বুলিলা বচন ।
এহি প্ৰভু জানা কুম্ভকর্ণ ॥
ত্ৰৈলক্য বিজয় জানা আক ॥
সাৱধানে যুঁজিবা ইহাক ॥৭৯৯
এত হন্তে ৰণে প্ৰবেশিল ।
গিৰিসাই বান্দৰ ভাগিল ॥
বৰ বৰ বীৰগণে তাক ।
বেঢ়ি সবে দিলা শিল জাক ॥৮০০
প্ৰহাৰত কোপ জ্বলি গৈলা ।
সৈন্য সব মিলিবাক লৈলা ॥

---

ভাষ ভুষ - মিছা ।

দেখিয়া সুগ্রীর ৰহ বুলি ।
প্রহাৰিলা শাল বৃক্ষ তুলি ॥৮০১
সিয়ো ক্রোধে শূল প্রহাৰিল ।
মূৰ্চ্ছা গৈয়া সুগ্রীব পৰিল ॥
তাঙ্ক লৈয়া লঙ্কা লাগি যায় ।
সুগ্রীৱ চেতন পাছে পাই ॥৮০২
নখে দান্তে লৈলা নাক কাণ ।
ডেৰে আইলা আপোনাৰ থান ॥
সবাৰে আগতে নিযা থৈল ।
দেখি হাঁসি উথলিযা গৈল ॥৮০৩
কুম্ভকর্ণ উলটি পশিল ॥
দেখি ৰামে ধনুক ধৰিল ॥
পাতাল সদৃশ বেন্ত বাই ।
ৰাক্ষসে বান্দৰ খেদি খায ।৮০৪
ঘোৰ বাণ ৰামে প্রহাৰিয়া ।
পেলাইলন্ত চৌৰাঙ্গি কৰিয়া ॥
পুনু এক বাণ প্রহাৰিলা ।
মাথা তাৰ কাটিয়া পেলাইলা ।৮০৫
কুম্ভকর্ণ যেখন পৰিল ।
সসাগৰা পৃথিবী লৰিল ॥

---

বেন্ত বাই—মুখ মেলি ।
চৌৰাঙ্গি—অচেতন প্রায় ।

দেৱগণে কৰে স্তুতি-নতি ।
বৰষিল চম্পক মালতী ॥৮০৬
দশগ্ৰীৱে শুনি মূৰ্চ্ছা গৈলা ।
চৃতি পাই কান্দিবাক লৈলা ॥
দেৱান্তক আদি চাৰি ভাই ।
প্ৰবোধিল পিতৃক বুজাই ॥৮০৭
ৰণক চলিল দড়দড়ি ;
ৰথে ঘোড়ে কুঞ্জৰত চৰি ॥
ঝাপাইলেক সবে ঘোৰ ৰণ ।
দেখি ঝিঙ্কৰিল কপিগণ ॥৮০৮
শাল তাল বৃক্ষ বৰিষয় ।
নৰান্তকে সৈন্যক মাৰয় ॥
সুগ্ৰীৱ আদেশে বালিসুত ।
তাক যেন চাইল যমদূত ।৮০৯
সংগ্ৰাম বিশেষ দুইৰো ভৈল ।
দুইকো দুই প্ৰহাৰিবে লৈল ॥
বজ্ৰ সম মুষ্টিৰ প্ৰহাৰে ।
নৰান্তক গৈল যমদ্বাৰে ॥৮১০
পাছে অঙ্গদক তিনি বাঁৰে ।
চায়া গৈল দুৰ্ঘোৰ সমৰে ॥

---

জৰাইলেক্—লগালেক ।

ঝিঙ্কৰিল—জিকাৰ খাই উঠিল । লৰিব—চৰিব নোৱাৰা

মহোদৰ ত্ৰিশিৰা দেৱান্তু।
তিনিকো অঙ্গদে প্ৰহাৰন্ত ॥৮১১
দেখি নীল হনুমন্ত দুই।
অঙ্গদৰ পাখা পূৰ হুই ॥
দুই দুই ৰাক্ষসক পাই।
ঘোৰ যম-পূৰে দিলা ঠাই ॥৮১২
দেৱান্তক হনুৱে মাৰিলা।
নীলে মহোদৰ সংহাৰিলা ॥
দেখিলেক খুড়ত পৰিল।
হনুক ত্ৰিশিৰা যুদ্ধ দিল॥৮১৩
তাৰ ৰথ ধ্বজ তূণ বাণ।
সব ভাঙ্গিলন্ত হনুমান ॥
ত্ৰিশিৰাৰ খড়গ কাঢ়ি লৈয়া ॥
চুলে ধৰি বামে ঘুৰাইয়া। ৮১৪
সাগৰ গহন হনুমন্ত।
তিনি শিৰ চোটে ছেদিলন্ত ॥
দেখি মহাপাৰ্শ্ব নিকলিল।
ঋষভে তাহাক সংহৰিল ॥৮১৫
অতিকায গুণে মনে মনে।
তিনি ভাই পৰিলেক ৰণে ॥

---

চায়া—খেদি। খুড়ত—খুড়াক। নিকলিল—ওলাল।

আৰো দুই খুড়াও পৰিল।
বিধাতাই হেন সে কৰিল ॥৮১৬
সৈন্যে সমে ৰাম লখমণ।
আজি পঠাওঁ যমৰ কৰণ ॥
বহে তাক হাজাৰেক ঘোঁড়ে।
ৰথ চলিলেক যেন উৰে ॥৮১৭
বিক্রমে ধনুক টঙ্কাৰিয়া।
সৈন্য সব ভঙ্গাইলেক গৈয়া ॥
শ্রীৰামে বোলন্ত বিভীষণ।
ইটো কোন ভঙ্গাইলেক ৰণ ॥৮১৮
বোলন্ত এহিটো অতিকায়।
শক্র যাৰ শৰদে পলায় ॥
ইহাক যুঁজিবা সাৱধানে।
শুনি খেদি গৈলেক লক্ষ্মণে ॥৮১৯
দুইৰো ঘোৰ যুদ্ধ মিলি গৈল।
ত্রিজগতে দেখি ত্রাস ভৈল ॥
পাছে বায়ু সম্ভেদ কহিলা।
লক্ষ্মণে ব্রহ্ম অস্ত্র প্রহাৰিলা ॥৮২০
অতিকায় ভেবে পৰি গৈল।
পৃথিবী কাম্প কাম্প ঠাই ভৈল ॥

---

কৰণ—হাত, ঠাই।

শুনিল ৰাৱণ দুৰাশয় ।
চাৰি পুত্ৰ গৈলা যমালয় ॥৮২১
শোকে দুখে দগধ হৃদয় ।
কান্দিলন্ত বহুতো বৰ্ণাই ॥
দেখি ইন্দ্ৰজিত উতপন ।
বোলে পিতৃ চলিলোঁ হোঁ ৰণ ॥৮২২
একেশ্বৰে সব মান সাৰোঁ ।
ৰাম লক্ষ্মণক ৰণে মাৰোঁ ॥
মাথাত চুম্বিয়া আদেশিলা ।
সিয়ো গৈয়া যজ্ঞ আৰম্ভিলা ॥৮২৩
দেৱ পূজি লভিল প্ৰসাদ ।
অন্তৰ্ধ্যান ভৈল মেঘনাদ ॥
দেখি ৰাম সেনাৰ বিষাদ ।
হৰি হৰি মিলিল প্ৰমাদ ॥৮২৪
এত হস্তে ইন্দ্ৰজিত বাণে ।
সমস্তকে তাড়িল সন্ধানে ॥
জানে যিটো বৰ বৰ বুলি ।
পৃথিবী সহিতে থৈল শালি ॥৮২৫
ৰামে বুলিলন্ত শুনা ভাই ।
আক নিবাৰন্তা আন নাই ॥

---

চুম্বিয়া—চুমা খাই

ব্ৰহ্মা বৰ দিলন্ত নিশ্চিত ।
মৰণেসে আমাৰ উচিত ॥৮২৬
হাতে ধনু ধৰ দৃঢ় কৰি ।
বান্দৰৰ হওঁ শেষ তৰী ॥
অনন্তৰে মেঘনাদ বাণে ।
দুয়ো ভাইক পীড়িল সন্ধানে ॥৮২৭
ঢলিয়া পৰিল দুয়ো ভাই ।
প্ৰাণবায়ু নাসে নেখেলায় ॥
নিশব্দ দেখি ৰণস্থলী ।
সবে সৈন্য সংহাৰিলা বুলি ॥৮২৮
মনে বৰ মিলিল আহ্লাদ ।
লঙ্কাত পশিলা মেঘনাদ ॥
ৰাৱণত সমস্ত কহিলা ।
শুনি দশগ্ৰীৱ প্ৰশংসিলা ॥৮২৯
কায়স্থ হৃদয়ানন্দে কয় ।
শুনিয়োক সভাসদ চয় ॥
ৰাম কথা সংসাৰৰ সাৰ ।
জানি ৰাম বোলা বাৰম্বাৰ ॥৮৩০

---

নেখেলায়—নচলে, নধৰে ।

ঘোষা ॥ ৰাম ৰমাকান্ত ৰাম ৰমাকান্ত
ৰাম ৰমাকান্ত দেৱ ।
ভকতৰ ধন তুমি নিৰঞ্জন
তুৱা পাৱে কৰো সেৱ ॥

ছুলড়ী ।

বায়ুৰ নন্দন পৰি একক্ষণ
ব্ৰহ্মাৰ বাক্য মানিলা ।
আঙ্গামুৰি দিয়া গাৱ জঙ্কাৰিয়া
উঠিয়া পাছে বসিলা ॥
জাম্বুৱন্তে কিছু সন্ধুক্ষণ হুয়া
বায়ুৰ পুত্ৰ মাতাইল ।
জ্ঞাতিক নিস্তাৰ কৰা বাপু বুলি
ঔষধ লাগি পঠাইল ।৮৩১
তেহোঁ তেৱে হীম- ৱন্তক ছড়াই
আকাশৰ পথে গৈলা ।
ঋষভ কৈলাশ পৰ্ব্বত মধ্যত
ঔষধ গিৰি দেখিলা ॥
ঔষধ পলাই দেখি হনুমন্তে
পৰ্ব্বত সমে উঘালি ।

ডেংমেলি পুনু আসিয়া ভৈলন্ত
হনুমন্ত মহাবলী ।। ৮৩২
ঔষধৰ গন্ধ পাইয়া তেতিক্ষণে
সসৈন্যে ৰাম মুৰাৰি ।
ঘুমুটিৰ উঠি যেন সবে হন্তে
বসিলেক শাৰী শাৰী ।।
পুনু কিচ্ কিচ্ কুক্ কুক্ শব্দে
লজ্ঘিল উৰ্দ্ধৰ পাশ ।
লঙ্কাৰ লোকৰ কাণে তাল দিল
শুনি দশগ্ৰীৱৰ ত্ৰাস ।।৮৩৩
পাছে সুগ্ৰীৱৰ আদেশে বান্দৰে
হাতে ধৰি জোঙ্গ খড়ি ।
চতুৰ্ভিতি থাকি অগনি লগাইল
সমস্ত লঙ্কাক জুৰি ।।
অনন্তৰে কুম্ভ নিকুম্ভ বীৰক
আদেশিলন্ত দশশিৰ ।
সুগ্ৰীৱে কুম্ভক মাৰি পেলাইলেক
নিকুম্ভক হনুবীৰ ।।৮৩৪
দুয়ো পৰিবাক শুনি মহা শোকে
মকৰাক্ষ আদেশিল ।

---

ডেংমেলি—ডেৱ দি।

তাহাকো দুৰ্ঘোৰ সংগ্ৰাম কৰিয়া
শ্ৰীৰামদেৱে মাৰিল ।।
মকৰাক্ষ গেবে ৰণত পৰিল
ৰাৱণায়ে শুনিলেক ।
ৰাৱণীক ৰাজা সম্বোধন কৰি
ৰণক পঠাই দিলেক ।।৮৩৫
সিয়ো গৈয়া মায়া- সীতা কাটি ৰণ
কৰিলে হনু সহিত ।
হনু তাক ৰণে ভঙ্গ কৰি শোকে
গৈলন্ত ৰাম সন্নিত ॥
বিবৰ্ণ বদনে ৰামৰ আগত
সীতাৰ বাৰ্ত্তা কহিলা ।
শোক সাগৰত মগ্ন ভৈলা প্ৰভু
বিভীষণে প্ৰবোধিলা ।৮৩৬
বোলন্ত ই কথা সবে মায়াময়
তোমাক মাত্ৰ বঞ্চিল ।
এহি চলে সিটো নিকুম্ভিলা বট
তলে যজ্ঞ আৰম্ভিল ॥
শীঘ্ৰ কৰি মোক লক্ষ্মণক দিয়ো
তেবে হবে কাৰ্য্য ভাল ।
ইগানে হাতত সিটো পাপিষ্ঠৰ
অৱশ্যে হৈবেক কাল ।।৮৩৭

এহি বুলি বেগে লক্ষ্মণক লৈয়া
ক্ষণেকে লাগ পাইলেক।
বান্দৰ সকলে যজ্ঞৰ সম্ভাৰ
সমস্ত লুড়ি খাইলেক ॥
যজ্ঞ কৰিবাক নপাই ঈন্দ্ৰজিতে
কোপ কৰিলেক আতি।
বিভীষণক যে অনেক দুৰ্ব্বাক্য
বুলিলেক মন্দ মতি ॥৮৩৮
শুনি লক্ষ্মণৰ শৰীৰ নসহে
দিলন্ত অস্ত্ৰৰ জাক।
সিয়ো ধনু ধৰি বহু শৰ সঙ্গ
প্ৰহাৰিলে লক্ষ্মণক ॥
পাছে দুয়ো দিব্য অস্ত্ৰ প্ৰহাৰিয়া
দুইৰো দুই সংহাৰিল।
এহি মতে নৱ দিন নৱ ৰাত্ৰি
দুৰ্ঘোৰ ৰণ মিলিল ॥৮৩৯
পাছে সূৰ্য্য মুখ অস্ত্ৰ প্ৰহাৰিয়া
তাৰ মাথা ছেদিলন্ত।
বিভীষণ সমে পৰম আনন্দে
ৰাম পাশে আসিলন্ত ॥

---

লুড়ি—লুটি।

শ্ৰীৰামে দেখিলা সব জৰ্জ্জৰিত
ফুলি আছে শৰীৰক ।
হা হা বাপু তোৰ বিপত্তি কৰিলোঁ
কান্দে ধৰি লক্ষ্মণক ॥৮৪০
ইন্দ্ৰজিত যুদ্ধে পৰিল যিক্ষণ
ত্ৰৈলোক্য কম্পিল আতি ।
সাতো স্বৰ্গ ভেদি জয় লখমণ
সিঞ্চিল পুষ্প সম্প্ৰতি ॥
ৰাৱণৰ আগে বাৰ্ত্তা পৰি গৈল
ইন্দ্ৰজিত পৰিবাৰ ।
শুনিল মাত্ৰকে ঢলিয়া পৰিল
উজ্জ্বল সিংহাসনৰ ॥৮৪১
চেতন লভিয়া গুণক বৰ্ণায়া
আৰ্ত্তৰাৱে কান্দে পৰি ।
পাছে ক্ৰোধ কৰি সীতাক কাটিবে
খেদি যাই দড়দড়ি ॥
অবিন্ধ্য মন্ত্ৰীয়ে যুগুতি বুলিয়া
পলটাইল ৰাৱণাক ।
শুনা সৰ্ব্বলোক আন তেজিয়োক
শুনিয়ো ৰাম কথাক ।৮৪২



ঘোষা ॥ ৰাম জগজীৱ ৰাম জগজীৱ
ৰাম জগজীৱ স্বামী।
পশু-পক্ষী যত তোমাৰ ভকত
সি ভৈল বৈকুণ্ঠগামী ॥

দুলড়ী।

ৰাৱণ ৰাজাই পাছে সৈন্যচৰ
অৱশেষ যত পাইল।
অস্ত্ৰ শস্ত্ৰ দিয়া বীৰক চাহিয়া
যুঁজক পঠায়া দিল ॥

দুৰ্যোৰ সমৰে উভয় দলৰ
লাগি গৈল ধুমাজয়।
আঞ্জোৰে কামোৰে দুৰ্জ্জন বান্দৰে
ৰাক্ষস কৰিল ক্ষয় ॥৮৪৩

শ্ৰীৰামে গন্ধৰ্ব্ব বাণক প্ৰহাৰি
মাৰিলা ৰাক্ষস কুল।
লঙ্কাৰ ভিতৰে ৰোল উঠি গৈল
ক্ৰন্দনৰ হুলুস্থুল ॥

ৰাৱণায়ে শুনি সহিবে নাপাৰি
বজাইলে সাজি ৰণক।
সব চপকৰে হস্তী-ঘোড়ে চৰি
খেদিয়া গৈল ৰামক ॥৮৪৪

তুপৰৰ যেন প্ৰচণ্ড আদিত্য
দেখি সৈন্য ভঙ্গ ভৈলা।
ৰাম-লখমণে দেখি তেতিক্ষণে
ধনু ধৰি খেদি গৈলা ॥

বহু অস্ত্ৰ জাকে দুই ভাইক মাৰি
বিস্তৰ পীড়া কৰিল।
দুৰ্জ্জয় ৰাৱণে অতি পৰাক্ৰমে
দুয়ো ভাইক যুদ্ধ দিল ॥৮৪৫

লক্ষ্মণ সহিতে পাছে ৰাৱণাৰ
যুদ্ধ ভৈল গুৰুতৰ।
লখাইৰ প্ৰচণ্ড প্ৰহাৰে আপোন
দেখিলেক অথন্তৰ ॥

মনত গুণয় ইহাৰ সদৃশ
মুনিষ নেদেখোঁ আন।
নিৰ্ম্মল শকতি লক্ষ্মণক লাগি
কৰিলে বৰ সন্ধান ॥৮৪৬

হৃদয়ত পৰি                পাতাল পৰ্য্যন্ত
পশি গৈল হলহলি।
লখাই পৰিলা                দেখি আথে-ব্যথে
আনিবাক গৈল চলি॥
শ্ৰীৰামে দেখিয়া                শৰ জাক দিয়া
বিন্ধিলেক নাকে মুখে।
গাণ্ডি পেট পিঠি                শালি শালি থৈল
চুৰ্ত্তি হৰাই গৈল দুখে॥৮৪৭
পাছে দশগ্ৰীবে                বিমুখে পলায়া
গৈলা নিজ ৰথ লাগি।
শ্ৰীৰামে লখাইৰ                শকতি কাঢ়িল
হনুৰে পেহ্লাইলা ভাগি॥
জাম্বুৱন্ত আদি                সবহি ৰহিলা
লক্ষ্মণক ৰক্ষা কৰি।
ৰাৱণাক খেদি                গৈলন্ত ৰাঘৱ
হাতে ধনুশৰ ধৰি॥৮৪৮
ৰথ-ধ্বজ, ধনু                সমস্ত কাটিয়া
কিৰীটি ছেদি পেলাইল।
ৰণত হুতাশ                হুয়া লঙ্কেশ্বৰ
লঙ্কাত গৈয়া পশিল॥

---

হলহলি—কতো নোবোৱাকৈ, একেবাহে।
গাণ্ডি—গড়ি, গা।                সবহি—সকলো।

শ্রীৰামে লখাইক গলত বান্ধিয়া
কান্দিলন্ত মহাশোকে।
বিশল্য কৰণী আনিবাক প্রতি
পঠায়া দিলা হনুকে ॥৮৪৯

তেহোঁ গৈয়া বেগে ছায়াগ্রাহী মাৰি
কালনিমি সংহাৰিলা।
তিনি কোটি গন্ধ- ৰ্ব্বক ৰণে মাৰি
পৰ্ব্বত তুলি আনিলা॥

বিশল্য কৰণী বিচাৰি সুসেনে
লক্ষণৰ নাকে দিলা।
ঔষধৰ গন্ধ পায়া তেতিক্ষণে
লক্ষ্মণ উঠি বসিলা॥৮৫০

লক্ষ্মণ জীৱাৰ দেখি সমস্তৰে
আনন্দ মিলিয়া গৈল।
আবেশে জানিলো সবেয়ো বোলয়
দশগ্রীৱৰ নাশ ভৈল॥

শ্রীৰামৰ বাক্যে হনুমন্তে গৈয়া
থৈ আসিলা পৰ্ব্বতক।
ৰাঘৱৰ শোক দেখিয়া লক্ষ্মণে
বুলিবে লৈলা ৰামক॥৮৫১

শীঘ্র কৰি দদা রাৱণাক মাৰা
আমাত এৰিয়া স্নেহ ।
লক্ষ্মণৰ বোলে ৰাৱণক দিলা
অনেক শৰ সন্দেহ ॥
অহে নৰলোক সবে শুনিয়োক
শ্রীৰামৰ গুণ-নাম ।
অনন্তে বোলয় ইসে সত্য হয়
ডাকি বোলা ৰাম ৰাম ॥৮৫২

---

ঘোষা ॥ জয় ৰাম ৰাম জয় ৰাম জয় ৰাম ।
ৰাৱণক সংহাৰি সাধিলা দেৱ কাম ॥

পদ ।

ৰামৰ প্ৰহাৰে আতি জলা কলা ভৈলা ।
দশগ্ৰীৱ হোসকিয়া কতো দূৰ গৈলা ।
ইন্দ্রে ৰথ দিয়া মাতলিক পঠাইলন্ত ।
তাতে চৰি ৰামে ৰাৱণক যুঁজিলন্ত ॥৮৫৩
শ্রীৰামে ৰাৱণে যুদ্ধ মিলিল দুৰ্ঘোৰ ।
দুয়ো অস্ত্র প্ৰহাৰ কৰয় নাহি ওৰ ॥
দুইকো দুই পীড়ন্ত দুহানো ছিদ্র পাই ।
সুৰ সিদ্ধ সমস্তে আছন্ত ৰঙ্গ চাই ।৮৫৪

---

ওৰ - শেষ, অন্ত ।

পাছে ৰামে প্ৰহাৰ কৰিলা অৰ্দ্ধ চন্দ্ৰ।
ছেদিয়া পেহ্লাইলা ৰাৱণৰ দশস্কন্ধ ॥
পুনৰপি উঠিয়া ৰামক ৰণ কৰে।
দেখি ৰামে তাকো কাটি পেলাইলা সত্বৰে ॥৮৫৫
এহি মতে কাটিলন্ত একশত বাৰ।
তথাপিতো ৰাৱণাৰ নৈভলেক মাৰ ॥
পৰম বিস্ময় ৰামে মনত গুণন্ত।
কৰযোৰে মাতলিয়ে ৰামত কহন্ত ॥৮৫৬
পূৰ্ব্বে ৰাবণায়ে মহেশক আৰাধিলা।
তাহান কৃপাত ইটো বৰক লভিলা ॥
ব্ৰহ্ম অস্ত্ৰ মাৰি আক কৰিয়ো বিদাৰ।
তেবেসে ৰাৱণ মৰি যাইব যম-দ্বাৰ ॥৮৫৭
হেন শুনি ব্ৰহ্ম অস্ত্ৰ ধনুত যুৰিল।
মন্ত্ৰ অভিষেকি ৰাবণক প্ৰহাৰিল ॥
হৃদয় সৰকি বাণ পাতালক গৈল।
তাহাৰ পতনে ভূমি তল বল ভৈল ॥৮৫৮
হাহাকাৰ শব্দ উঠিল ৰাক্ষসৰ।
জয় জয় ৰাম ধ্বনি ভৈ গৈল দেৱৰ ॥
পুষ্প বৰিষিয়া সবে স্তুতি নতি কৰে।
ৰিঙ্গ ঝাস্তি আনন্দ মিলিল বান্দৰে ॥৮৫৯

---

ৰিঙ্গ ঝাস্তি—টিকি-ৰিঙি।

বাৱণক ধৰি বিভীষণে কান্দিলন্ত ।
শ্ৰীৰামে প্ৰবোধ বুলি শান্ত কৰিলন্ত ॥
মন্দোদৰী আদি যত ক্ৰন্দন কৰন্ত ।
বিভীষণে আশ্বাসিয়া পঠায়া দিলন্ত ॥৮৬০
শ্ৰীৰামে আদেশি সজাইলন্ত চিতাখান ।
তাতে তুলি ৰাৱণক কৰিলা দহন ॥
ৰাৱণক মাৰি প্ৰভু সন্নাহা থৈলন্ত ।
মেঘ গুচি গৈলে যেন চন্দ্ৰ প্ৰকাশন্ত ॥৮৬১
সুগ্ৰীৱ সহিতে বহু আনন্দ কৰিলা ।
লঙ্কাত নৃপতি বিভীষণক থাপিলা ॥
পাছে বিভীষণে আথৈ ছিৰা লাক দিলা ।
সসৈন্যে ৰাঘৱে বসি আনন্দে ভুঞ্জিলা ।৮৬২
পাছে হনুমন্তক পাঠাইলা ৰঘুপতি ।
সীতাত কহিয়ো গৈয়া আমাৰ জয়তি ॥
ৰামৰ আজ্ঞায়ে চলি গৈল হনুমন্ত ।
জানকীৰ আগে কহি পুনু আসিলন্ত ।৮৬৩
অনন্তৰে সীতাক চৌদোলে আনিলন্ত ।
অগ্নিত পেহ্লাই প্ৰভু পৰীক্ষা দিলন্ত ॥
দেখি ব্ৰহ্মা আদি দেৱ সব আসিলন্ত ।
মূৰ্ত্তি ধৰি অগ্নি সীতা কোলাত থৈলন্ত ॥৮৬৪

---

সন্নাহা—খ্যাতি ; স্মৃতি । চৌদোলে—চতুৰ্দোলে, খাতোলা ।

ৰামৰ পাৱত আনি সীতাক অৰ্পিলা ।
সপোনত দশৰথে ৰামক কহিলা ॥
তেবেসে সীতাক প্ৰভু দেৱে সম্বৰিলা ।
ইন্দ্ৰৰ বৰত মৰা বান্দৰ জীয়াইলা ।৮৬৫
ব্ৰহ্মাদি দেৱক ৰাম দেৱে নমিলন্ত ।
ৰামত বিদায় মাগি সবহি গৈলন্ত ॥
অনন্তৰে ৰামে মাতিলন্ত বিভীষণ ।
সমস্ত বীৰক তুমি দিয়োক ভূষণ ॥৮৬৬
ৰামৰ আদেশে বিভীষণ মহাশয় ।
দিব্য অলঙ্কাৰে মণ্ডিলন্ত বীৰচয় ॥
পাছে শ্ৰীৰামক বুলিলন্ত বিভীষণ ।
আমাৰ লঙ্কাত থাকা কতো দিন মান ॥৮৬৪
ৰাঘৱে বোলন্ত মিত্ৰ উচিত নহয় ।
ভৰতে তহিত দুখ পাৱে অতিশয় ॥
যেন শীঘ্ৰ পাওঁ গৈয়া অযোধ্যা নগৰী ।
সেহি কৰ্ম্ম কৰিয়োক হেলা পৰিহৰি ॥৮৬৮
হেন শুনি বিভীষণে পুষ্পক বিমান ।
শ্ৰীৰামৰ আগে আনি যোগাইলেক যান ॥
বীৰগণ সমে তাত চৰিলন্ত যাই ।
সমস্ত স্থানক যান্তে সীতাক দেখাই ।৮৬৯
এহিমতে পাইলা ভৰদ্বাজৰ আশ্ৰম ।
তহিতে বিমান ৰাখিলন্ত প্ৰভু ৰাম ॥

ঋষিক নমিলা সবে যুদ্ধৰ বৃত্তান্ত ।
ঋষিয়ে পুছিলা ৰামে সব কহিলন্ত ।।৮৭০
তুষ্ট হৈয়া ঋষি শ্ৰীৰামক বৰ দিলা ।
সব বৃক্ষ সবে মধু ফলক ধৰিলা ।।
দেখি বান্দৰৰ মহা ৰঙ্গ মিলি গৈল ।
ডেৰা ডেৰি কৰি ফল ভুঞ্জিবাক লৈল ।।৮৭১
শ্ৰীৰামে বোলন্ত হনু সত্বৰে যায়োক ।
আমাৰ বাৰ্ত্তাক ভৰতত জানায়োক ।।
ৰামৰ আদেশে হনু তেখনে গৈলন্ত ।
ব্ৰাহ্মণৰ বেশে ৰাম বাৰ্ত্তা কহিলন্ত ।।৮৭২
শুনিয়া ভৰতে আনন্দতে মগ্ন ভৈলা ।
সমদলে আগবাঢ়ি আনিবাক গৈলা ।।
বাদ্যে ভণ্ডে দণ্ডে ছত্ৰে হস্তী হয় চানি ।
কান্দতে লৰিলা শুনি কৌশল্যা গোসাঁনী । ৮৭৩
ঋষিক নমিয়া ৰামে চলিলন্ত যানে ।
দূৰ হন্তে ভৰতে দেখিলা বিদ্যমানে ।।
পুষ্পকে আনন্ত অযোধ্যাৰ দিশ ধৰি ।
সৈন্যৰ আন্দোলে দিশ ধূলা ৰব্ব কৰি ।।৮৭৪
শুনা সৰ্ব্বজন ৰাঘৱৰ কথা সাৰ ।
ৰামৰ চৰিত্ৰে কৰে সংসাৰ উদ্ধাৰ ।।
জানিয়া নেৰিবা শ্ৰীৰামৰ গুণ-নাম ।
মূৰুখ অনন্তে কহে বোলা ৰাম ৰাম ।।৮৭৫

অতিদৰ্পে হতালঙ্কা অতিমানেচ কৌৰবাঃ
অতিদানে বলিৰ্ব্বদ্ধঃ সৰ্ব্বমত্যন্ত গহিতং ॥

ঘোষা ॥ জয় ৰাম ৰঘুপতি নৃপতি ঈশ্বৰ।
যাৰ পদ সেৱন্ত বিৰিঞ্চি মহেশ্বৰ ॥

পদ।

এতহন্তে ৰথ আহি সন্নিত চাপিল।
পুষ্পকত সবে ৰাম চন্দ্ৰক দেখিল ॥
কৃতাঞ্জলি কৰি শ্ৰীৰামক নমিলা।
ভৰতেও প্ৰদক্ষিণে প্ৰণাম কৰিলা ॥৮৭৬
বশিষ্ঠকো দেখি ৰামে পৰি প্ৰণামিলা।
কৈশল্যা প্ৰমুখ্যে মাতৃ সবকো নমিলা ॥
এহিমতে ৰামচন্দ্ৰ নন্দি গ্ৰামে গৈয়া।
চাৰি ভাইৰ পেহ্লাইলন্ত জটাক ছিঙ্গয়া ॥৮৭৭
পুষ্পক পঠাইলন্ত কুবৈৰ সন্নিতে।
কুবেৰ পঠাইল পুনু ৰামক সেবিতে ॥
পাছে অযোধ্যাত প্ৰবেশিলা চাৰি ভাই।
অযোধ্যা বাসীৰ আনন্দৰ সীমা নাই ॥৮৭৮
ভৰত সহিতে পাত্ৰ মন্ত্ৰী আলোচিলা।
বহুত সম্ভাৰ সবে ৰাজ্যৰ জৰাইলা ॥

---

সন্নিত—ওচৰ, কাষ।

সাতো সমুদ্ৰৰ জল আনিয়া মিলাইল।
পুণ্য যোগে শ্ৰীৰামক ৰাজ্য জোকাবিল ॥৮৭৯
ৰাম ৰাজা ভৈলন্ত প্ৰজাৰ ভৈল সুখ।
খণ্ডি গৈল সমস্তৰে যত মন-দুখ ॥
কইলে উপজে শস্য অপাৰ ভূমিত।
নদী সবো বহিবে লাগিলা পঞ্চামৃত ॥৮৮০
অকালত মৃত্যু কাৰো নাহিকে প্ৰজাৰ।
পিতৃ-মাতৃ আগত পুত্ৰৰ নাহি মাৰ ॥
এহিমতে ৰঘুনাথ প্ৰভু ৰাজা ভৈলা।
সুগ্ৰীৱ আদিক বস্ত্ৰ ভূষণে মণ্ডিলা ॥৮৮১
বিভীষণ হনুমন্ত অঙ্গদ বীৰক।
সমস্তৰে মন পূৰি পঠাইলা দেশক ॥
তেসম্বো প্ৰভুৰ পাৱে ভকতি মাগিয়া।
প্ৰণাম কৰিয়া গৈল কান্দিয়া কান্দিয়া ॥৮৮২
ৰাম লখমণ সীতা ভক্তৰ স্নেহত।
তাসম্বাকে চাই ৰৈলা পৰম দুখত ॥
পাছে ৰামে সমস্তকে ৰঞ্জিলন্ত আতি।
সাতো পৃথিবীৰ প্ৰভু ভৈলন্ত নৃপতি ॥৮৮৩
কৰ দণ্ড নলৱন্ত নাহি বান্ধ মাৰ।
এহিমতে প্ৰভু দেৱে পালিলা সংসাৰ।
ৰামৰ চৰণে সৱে ভকতি কৰন্ত।
নাহি শোক তাপ যেন স্বৰ্গত বঞ্চন্ত ॥৮৮৪

দশ দশ হাজাৰ বৎসৰ জীয়ে লোক।
নাহি মাৰি-মৰক একোৱে দুখ-শোক ॥
এহিমতে আছে প্ৰভু অযোধ্যা পুৰীত।
সমস্তৰে মহোৎসৱ বাঢ়ে নিতে নিত ॥৮৮৫
কৌশল্যা প্ৰমুখ্যে সবে মাতৃৰ আনন্দ।
দেখিয়া পৰম ব্ৰহ্ম পুত্ৰ ৰামচন্দ্ৰ ॥
জানকী ৰামৰ প্ৰীতি বাঢ়ে প্ৰতি নিতি।
স্বামীৰ সংযোগে সীতা ভৈলা গৰ্ভৱতী ॥৮৮৬
পাছে দৈব গতি শুনিয়োক যেন ভৈল।
স্বপ্নৰ কথাক সীতা ৰাম আগে কৈল ॥
শুনি তাক ৰামে হাসিলন্ত উচ্চ কৰি।
সব সভাসদ ডাকি বোলা হৰি হৰি ॥৮৮৭

---

ভিন্ন স্থানে পিতুৰ্গেহং জানিহি পতিদেৱতে।
দুঃখং মাকুৰ বৈদেহি হ্যাগচ্ছ মম চা শ্ৰমম্ ॥

**ঘোষা ॥ প্ৰভু ৰাম ৰঘুনাথ গোবিন্দ।**
**ভজহোঁ তযু পদ অৰবিন্দ।**

পদ।

বুলিলা ৰামে শুনা প্ৰাণেশ্বৰী।
স্বপ্নক কোনে মানে সত্য কৰি ॥

এতেকে কাহাৰো আগে নকৈবা।
ইটো কথা শুনি লোকে হাসিব ॥৮৮৮
এহিমতে সুখে আছে ৰাঘৱ।
শুনিলা লোক মুখে গলাৱৰ ॥
ৰাৱণে নিলেক্ সীতাক হৰি।
হেনয় নাৰী আছে ঘৰ কৰি ॥৮৮৯
শুনিয়া ৰামৰ কষ্ট মনত।
সুখ শান্তি নাহি গুণে সতত ॥
উগুল থুগুল নপান্ত পাৰ।
সীতাৰ ত্যাগক কৰিল সাৰ ॥৮৯০
লক্ষ্মণৰ আগে কৈল সকল।
লক্ষণে শুনিয়া ভৈলা বিকল ॥
দেখিয়া শ্রীৰামে বুলিলা বাক।
সীতাক ৰাখা যে কাটা আমাক ॥৮৯১
ঘাটক বচন শুনি লক্ষণ।
ৰথে তুলি সীতা লৈ গৈল বন ॥
ঘুৰ্ঘোৰ বনত থৈয়া বুলিলা।
ৰাঘৱে তোমাক নির্ব্বাস দিলা ॥৮৯২
নির্জ্জন বনত পৰিলা আই।
কান্দন্ত আৰাৱে উপায় নাই ॥

---

গলাৱৰ— কোৱাকুই, জনৱৱ।

বন্য জন্তু সব কান্দে উপাসি।
সশিষ্যে বাল্মীকি পাইলন্ত আসি ॥৮৯৩
সীতাৰ নিৰ্ব্বাস দুখ দেখিয়া।
মনত শ্ৰীৰামক গৰহিয়া ॥
পাছে নিজাশ্ৰমে ঋষি নিলন্ত।
আপোন জীউ বোধে পুসিলন্ত ॥৮৯৪
ফলে মূলে প্ৰাণ ৰাখন্ত আই।
পৃথিবীতে পৰি থাকে সদায় ॥
স্বামীৰ দুৰ্ঘোৰ কৰ্ম্ম সুমৰি।
সদায় লোতকে ভিজে পাঞ্জুৰি ॥৮৯৫
এহিমতে দুখে সীতা আছন্ত।
ঋষি পত্নীগণে বেঢ়ি থাকন্ত ॥
তাৰাৰ মধ্যতে দুই কুমৰ।
জন্মিল সুন্দৰ আতি সীতাৰ ॥৮৯৬
ঋযিয়ে নাম কৰ্ম্ম কৰাইলন্ত।
লৱ-কুশ নাম দুইৰো থৈলন্ত ॥
আপোন কৃত্য যিটো ৰামায়ণ।
পঢ়াইলা পঢ়িলন্ত দুয়ো জন ॥৮৯৭
শিখাইল ধনুৰ্ব্বেদ ৰাজ-নীতি।
ভৈলা দুয়ো বৰ সীতা সন্ততি ॥

---

পাঞ্জুৰি – বুক।

দুভায়ে গান্ত ৰামায়ণ গীত ;
কোকিল কণ্ঠ যেন মনোনীত ॥৮৯৮
যন্ত্ৰ বজাৱন্ত বিচিত্ৰ কৰি ।
শুনিলে প্ৰাণ-মন নিয়ে হৰি ॥
দেখিয়া বাল্মিকীৰ আনন্দ মন ।
দুভাইকো আশীষ দেন্ত সঘন ॥৮৯৯
ঋষিৰ আদেশে পাছে দু-ভাই ।
সমস্ত দেশত ফুৰন্ত গাই ॥
শুনিয়া লোকৰ আনন্দ মন ।
দুহাক্কো দিয়ন্ত বস্ত্ৰ ভূষণ ॥৯০০
নলন্ত তাক নাহি অভিলাষ ।
দেখিয়া প্ৰজাই নচাৰে পাশ ॥
ইকথা আবে এহি মানে থওঁ ।
ৰামৰ যেন ভৈলা তাক কওঁ ॥৯০১
যৈসানি নিৰ্ব্বাস দিলা সীতাক ।
তেখনৰে পৰা ভৈলা অবাক ॥
নাহিকে প্ৰভুৰ ভোজন-পান ।
লোতক সদা বহে দু-নয়ন ॥৯০২
সুমৰি প্ৰভুৰ হৃদি দগধ ।
কৰিলোঁ গৰ্ভৱতী স্ত্ৰীবধ ॥

---

যৈসানি—বেতিয়া ।

থাকন্ত হেন দুখে নিৰন্তৰ।
শুনিয়োক আবে যজ্ঞ ৰামৰ ॥৯০৩
পুছিলা বশিষ্ঠত ৰঘুবৰ।
কহিয়ো কোন যজ্ঞ শ্ৰেষ্ঠতৰ ॥
বশিষ্ঠে অশ্বমেধ যজ্ঞ কৈলা।
ৰাঘৱে পাছে তাকে আৰম্ভিলা ॥৯০৪
হাঙ্কাৰিলা সাতো পৃথিবীৰ প্ৰায়।
সমস্ত সম্ভাৰ মিলাইলা সিঠাই ॥
সমস্ত ঋষি মাতি আনিলন্ত।
পাতালৰো নাগগণ আইলন্ত ॥৯০৫
গোমতী নদীৰ তীৰত ৰাম।
সজাইল গৃহ আতি অনুপম ॥
তাতে আৰম্ভিলা যজ্ঞ বিশেষ।
সমস্ত মুনিৰ পায়া উদ্দেশ ॥৯০৬
যজ্ঞত বসিলন্ত ৰঘুবৰ।
দেখিয়া বশিষ্ঠে দিলা উত্তৰ ॥
কহে মূঢ় মতি অনন্ত নাম।
সমস্ত লোকে বোলা ৰাম ৰাম ॥৯০৭

---

হাঙ্কাৰিলা—আহ্বান কৰিলে, মাতিলে

অপুনর্জ্জন্মনি জন্ম লভতে ভাৰতে নৰঃ।
তত্তৎ কৰোতি বিফলং সশোচ্যঃ সর্ব্বজন্তুষু॥

ঘোষা॥ ৰাম ৰঘুপতি কৰুণাময়।
শৰণ পশিলোঁ দিয়ো নির্ভয়॥

পদ

বশিষ্ঠে বোলয় শুনা ৰঘুৰায়।
সভার্য্যেসে যজিবাক লাগয়॥
শুনি ৰঘুনাথ ভৈলা চিন্তাবিষ্ট।
দেখিয়া ভৰত কার্য্যে বিশিষ্ট॥৯০৮
সুবর্ণৰ সীতা দিলন্ত আনি।
সাক্ষাতে জানকী নাহি মাত্র বাণী॥
দেখিয়া শ্রীৰামে বিকল ভৈলা।
জানকীক স্মৰি কান্দিবে লৈলা॥৯০৯
বশিষ্ঠে প্রবোধ কৰিলা মাতি।
তেবেসে শান্ত ভৈলা ৰঘুপতি॥
পূজিলে যত আছে দেৱগণ।
সবে পূজা আসি লৈলা তেখন॥৯১০
ব্রহ্মাৰুদ্র দুইকো পূজা কৈলন্ত।
দুয়ো দেৱে হাত পাতি লৈলন্ত॥

সভাত আছে বিষ্ণু ভগৱন্ত ।
যজ্ঞ ভাগ হাতে হাতে লৈলন্ত ॥৯১১
সবাকো দানে মানে তুষিলন্ত ।
বৎসৰেক মানে দান দিলন্ত ॥
নৃত্য গীত মহা বাদ্য বজাইলা ।
দুঃখী ভিক্ষী দেশান্তৰী ভৰিলা ॥৯১২
নাহি আৰ কাৰো ধনত ৰঙ্গ ।
এহিমতে যজ্ঞ কৰিলা সাঙ্গ ॥
ইকথা আৰে এহি মানে থওঁ ।
শুনিয়োক লৱ-কুশ-কথা কওঁ ॥৯১৩
বাল্মিকীৰ আজ্ঞা ধৰি শিৰত ।
ৰামায়ণ গাই ফুৰে লোকত ॥
কোকিলৰ স্বৰে যেন মোহিত ।
এৰি অন্ন প্ৰজা শুনয় গীত ॥৯১৪
ৰামৰ আগত সবে কহয় ।
কৈৰবা শিশু দুই শুভ তনয় ॥
ৰামায়ণ গাই ফুৰে লোকত ।
যেহেন অমৃত সিঞ্চে কৰ্ণত ॥৯১৫
ত্ৰিভুৱনে যত সঙ্গীত আছয় ।
ই দুই সমান কেহোঁ নহয় ॥

---

সিঞ্চে — সিচে, ছটিয়ায় ।

শুনি ৰামে পাছে লখাইক চাই।
বোলন্ত অনায়ো আমাৰ ঠাই ।৯১৬
শুনিয়া লক্ষ্মণে দূত পঠাই ।
অনাইলা লৱ-কুশ দুই ভাই ॥
দেখয় লোকে আতি সুকুমাৰ ।
সব অঙ্গে ৰাম চন্দ্ৰ আকাৰ ॥৯১৭
নয়ন মুখ বাহু বক্ষঃস্থল ।
যেন দৰ্পণৰ ছাঁয়া সকল ॥
সমস্ত লোকে কৰে কাণাকাণি ।
ৰামৰ পুত্ৰ হেন মনে মানি ॥৯১৮
ৰামৰো স্নেহৰ নাহিকে অন্ত ।
আলিঙ্গিয়া যেন ধৰিবে চান্ত ॥
অনন্তৰে দুইকো বুলিলা ৰাম ।
শুনিছোঁ গায়ন তোৰা উত্তম ॥৯১৯
গায়োক শুনু তোৰা দুই গীত ;
কোন ৰামায়ণ কাহাৰ কৃত ॥
শুনি দুই ভাইৰ আনন্দ ভৈল ।
তাল যন্ত্ৰ ধৰি ৰাগক দিল ॥৯২০
প্ৰথমে আদিকাণ্ড ৰামায়ণ ।
তাৰ ঘোৰ মন্ত্ৰে গায় দুইজন ॥
সূৰ্য্যবংশে দশৰথ ভৈলন্ত ।
তাৰ সম কেহোঁ ৰাজা নোহন্ত ।৯২১

তেহেঁ বিহাইলন্ত বহু স্নুন্দৰী।
প্ৰধানা ভৈলা তিনি পটেশ্বৰী ॥
কৌশল্যা কৈকেয়ী স্নুমিত্ৰা নাম।
ৰমিলা ৰাজা পূৰি মন কাম ॥৯২২
তিনিতো চাৰি পুত্ৰ ভৈলা জাত।
কৌশল্যাত ৰামচন্দ্ৰ সাক্ষাত ॥
কৈকেয়ী জন্মাইলা ভৰত নাম।
স্নুমিত্ৰা দুই পুত্ৰ অনুপম ॥৯২৩
এহি মতে পুত্ৰ ভৈলা ৰাজাৰ
ৰামত অধিক স্নেহ প্ৰজাৰ ॥
যাতো পৰম ব্ৰহ্ম ৰাম ঈশ্বৰ।
হৰি হৰি বোলা সমস্ত নৰ ॥৯২৪

---

## ঘোষা ॥ নমো ৰাম ৰাম,ৰাম ৰাম ৰাম।
## কৌশল্যা নন্দন ৰাম, গুণে অনুপম ॥

পদ।

লৱৰ কুশৰ ৰামে শুনিয়া গীতক।
আনন্দে মগন ধন দিলা দুহস্তক ॥
দেখি দুই ভাই হাঁসি বুলিলা বচন।
আমি বনবাসী আত নাহি প্ৰয়োজন ॥৯২৫

দেখি স্নেহে দুইকো বুলিলন্ত ৰঘুপতি ।
কোন ঋষি শিষ্য তোৰা কাহাৰ সন্ততি ॥
কাৰ কৃত্য ৰামায়ণ কাহাত শিখিলা ।
বাল্মীকিৰ শিষ্য আমি দুহাস্তে বুলিলা ॥৯২৬
তাৰে কৃত্য ৰামায়ণ অমৃত পৰায় ।
তাহানে আজ্ঞাত দেশে দেশে ফুৰোঁ গাই ॥
গায়ো কিছু বুলি ৰামে বুলিলা বচন ।
হেন শুনি পুনু গাইবে লৈলা দুয়ো জন ॥৯২৭
সাক্ষাতে ঈশ্বৰ ৰাম ভৈলা অৱতাৰ ।
দেখি ৰাজা প্ৰজা আনন্দৰ নাহি পাৰ ॥
ৰামক নিলন্ত পাছে বিশ্বামিত্ৰ ঋষি ।
ৰাক্ষস মৰাই যজ্ঞ কৰিল হৰিষি ॥৯২৮
নিলন্ত ৰামক বিশ্বামিত্ৰে মিথিলাক ।
ধনুভঙ্গ কৰাই বিহা কৰাইলা সীতাক ॥
ভৰত লক্ষ্মণ শত্ৰুঘ্ণ কুমৰক ।
আসম্বাকো তিনি কন্যা দিলন্ত জনক ॥৯২৯
অযোধ্যাক যান্তে পাছে ৰাম মহেশ্বৰ ।
গৰ্ব্বি চূৰ কৰিলন্ত পৰশু ৰামৰ ॥
মহোৎসৱে গৈয়া পাছে অযোধ্যা পশিলা ।
নৃত্য-গীতে বাদ্য ভণ্ডে মাঙ্গল্য কৰাইলা ॥৯৩০
এহি মতে চাৰি পুত্ৰ বিবাহ কৰাই ।
আনন্দতে ৰাজ্য ভুঞ্জে দশৰথ ৰায় ॥

শ্ৰীৰামত অনুৰাগ দেখিলা প্ৰজাৰ ।
ৰাজ্য দিব লাগি মন ভৈলেক ৰাজাৰ ॥৯৩১
শ্ৰীৰামক ৰাজ্য দেই কৈকেয়ী জানিলা ।
সত্য পাশে দশৰথ ৰাজাক চাণ্ডিলা ॥
ৰামক পঠাই চৈধ্য বৰিষ বনক ।
ভৰতক লাগি মাগি লৈলেক ৰাজ্যক ।৯৩২
ৰাম সীতা লখমণ বনক চলিলা ।
চিত্ৰকূটে বাসা কৰি তহিতে ৰহিলা ॥
দশৰথে পুত্ৰ শোকে প্ৰাণ ছাড়িলন্ত ।
ভৰতে আসিয়া তান কৃত কৰিলন্ত ।৯৩৩
চিত্ৰকূটে আনিবাক গৈলন্ত ৰামক ।
নাসিলন্ত পলটাই পঠাই ভৰতক ॥
পাছে তৈৰ হন্তে প্ৰভু পঞ্চৱটী গৈলা ।
তহিতে ৰাৱণ আসি সীতাক হৰিলা ॥৯৩৪
অশোক বনত থৈলা সিংশপাৰ তলে ।
অমৃত পায়স নিয়া দিলে অখণ্ডলে ॥
সীতাক বিচাৰি বনে বনে ৰঘুপতি ।
সুগ্ৰীৱ সহিতে পাছে ভৈলা মিত্ৰৱতি ।৯৩৫
বালি বধ কৰি হেলে সমুদ্ৰ তৰিলা ।
ৰাৱণক মাৰি সীতা পৰীক্ষা কৰিলা ॥

---

চাণ্ডিলা—বান্ধিলে ।

পাছে অযোধ্যাক প্ৰভু সসৈন্যে আসিলা ।
দেখিয়া প্ৰজাৰ মনে আনন্দ মিলিলা ॥৯৩৬
ভৰত প্ৰমুখ্যে পাত্ৰ মন্ত্ৰী আলোচিল ।
শুভক্ষণে শ্ৰীৰামক ৰাজ্য জোকাৰিল ॥
কৌশল্যা প্ৰমুখ্যে মাতৃ সবাৰো আনন্দ ।
পুত্ৰবতে প্ৰজা পালি আছে ৰামচন্দ্ৰ ॥৯৩৭
জানকী সহিতে প্ৰভু ভুঞ্জিলা ভুকুতি ।
এহি মতে আনন্দে আছন্ত ৰঘুপতি ॥
পাছে লোক বাদ শুনি জগত নিবাস ।
গৰ্ভ সমে জানকীক দিলন্ত নিৰ্ব্বাস ॥৯৩৮
পৰম কৃপালু ৰাম গুণৰ আশ্ৰয় ।
জানকীৰ কৰ্ম্মে তেহোঁ ভৈলা যম প্ৰায় ॥
দুখুনী সীতাক পাছে বাল্মীকি পাইলন্ত ।
আশ্ৰমক নিয়া জীউ বোধে পুসিলন্ত ॥৯৩৯
ঋষি পত্নী সবে তাঙ্ক আৰৰিয়া আছে ।
উপজিল ষৰঞ্জা কুমৰ দুই পাছে ॥
জাত কৰ্ম্ম মানে ঋষি ৰাজে কৰিলন্ত ।
এহি সাত কাণ্ড ৰামায়ণ পঢ়াইলন্ত ॥৯৪০
সীতা পুত্ৰ লৱ-কুশ আমি দুই ভাই ।
ঋষিৰ আদেশে ৰামায়ণ ফুৰোঁ গাই ॥
হেন শুনি সমাজে কৰয় জয় জয় ।
গীততে জানিলা সবে সীতাৰ তনয় ॥৯৪১

ৰাঘৱে জানিলা দুয়ো মোহোৰ সন্তুতি ।
স্নেহ-সাগৰত মগ্ন ভৈলা ৰঘুপাত ॥
আসনৰ পৰা জাম্প দিয়া ধৰিলন্ত ।
বোলা ৰাম ৰাম কহে মুকুখ অনন্ত ॥৯৪২

---

ঘোষা ॥ পৰম পুৰুষ ৰাম জগত নিবাস ।
প্ৰণামোঁ ৰাঘৱ ৰঘুকুলৰ প্ৰকাশ ॥

পদ ।

দুই পুত্ৰ গলে বান্ধি ক্ৰন্দন কৰন্ত ।
পুত্ৰৰ স্নেহত ৰাম বিহ্বল ভৈলন্ত ॥
ভৰত লক্ষ্মণ শত্ৰুঘণ তিনি ভাই ।
দিব্য বস্ত্ৰ পিন্ধাইলন্ত বকলা গুচাই ॥৯৪৩
সৰ্ব্ব অঙ্গে পিন্ধাইলন্ত ৰত্ন অলঙ্কাৰ ।
লৱ-কুশে কৰিলা পিতৃক নমস্কাৰ ॥
সঘনে চুম্বিয়া ৰামে কান্দিয়া বোলন্ত ।
মোৰ হেতু পাইলা পুতাই দুখ অপৰ্য্যন্ত ॥৯৪৪
হৰি হৰি মোহোৰ জানকী প্ৰাণেশ্বৰী ।
মই বোলো কিবা মোৰ প্ৰিয়া গৈলা মৰি ॥
বিনা অপৰাধে পাপী দিলোহোঁ নিকাৰ ।
এহি বুলি ৰাম দেৱে কান্দিলা অপাৰ ॥৯৪৫

ৰামৰ সন্তাপ দেখি সমাজে কান্দন্ত ।
দেখিয়া বশিষ্ঠ আদি প্ৰবোধ বোলন্ত ॥
জীয়ন্তে জানকী কেনে বিশাদ কৰাহা ।
আনন্দ সময়ে কিয় খেদ মিলাৱাহা ॥৯৪৬
হেন শুনি ৰামে আখি মুখ মুছিলন্ত ।
সীতাক আনিবে আপুনিয়ে সাজিলন্ত ॥
বশিষ্ঠৰ হাকে প্ৰভু পালটি বসিলা ।
সীতাক আনিবে চাৰি জনক মাতিলা ॥৯৪৭
বিভীষণ শত্ৰুঘণ সুসেন মাৰুতি ।
চাৰিকো পঠাইলা প্ৰভু কৰিয়া কাকুতি ॥
সীতাক আনিয়া মোক দিয়া প্ৰাণ দান ।
বাৰ্হ্মেক বুলিবা যেন এৰে অপমান ॥৯৪৮
ৰাঘৱৰ কাতৰে কান্দিলা চাৰি বীৰ ।
বাল্মিকীৰ আশ্ৰম পাইলেক ধীৰে ধীৰ ॥
দেখিলন্ত সীতাক ভূমিত আছে বসি ।
প্ৰভাতৰ চন্দ্ৰ যেন পৰিছন্ত খসি ॥৯৪৯
সেহিমতে আছে মাৱ মলিন স্বভাৱে ।
স্বামীৰ চৰণ দুই চিন্তি জগ মাৱে ॥
দেখি চাৰি বীৰ যেন সম্যকে মৰিলা ।
হৰি হৰি মাৱ বুলি চৰণে নমিলা ॥
তাসম্বাক দেখি মাৱ শঙ্কিত স্বভাৱ ।
শিলিখা বলোৱা বস্ত্ৰে আৱৰিলা গাৱ ॥

সীতাৰ অৱস্থা দেখি চাৰিয়ো কান্দন্ত।
হৰি হৰি সীতা আই কি ভৈল বোলন্ত ॥৯৫১
প্ৰভু ৰাম ৰাজাৰ তুমিসে পটেশ্বৰী।
তোমাৰ বিলাই দেখি কেনে নাযাওঁ মৰি ॥
এহি বুলি চাৰি বীৰে বহু কান্দিলন্ত।
কান্দি কান্দি হনুমন্তে কাতৰ কৰন্ত ॥৯৫২
তোমাক যিদিনা আই নিৰ্ব্বাস দিলন্ত।
সেহি দিন হন্তে তান দুখ অপৰ্য্যন্ত ॥
স্নান পান ভোজন সমস্ত তেজিলন্ত।
হা সীতা প্ৰাণেশ্বৰী বুলি ফোকাৰন্ত। ৯৫৩
অবিচ্ছেদে দুয়ো নয়নৰ বহে নীৰ।
ক্ষমিয়োক দোষ মাৱ হেনয় স্বামীৰ ॥
বিধিৰ লিখন কোনে বাধিবাক পাৰে।
ইবাৰৰ দোষ মাৱ ক্ষমিয়ো আমাৰে ॥৯৫৪
তোমাৰ তনয় গীত সভাত গাইলন্ত ॥
আপোনাৰ পুত্ৰ বুলি ৰামে চিনিলন্ত ॥
তুমি জীয়া বুলিয়া তেবেসে বাৰ্ত্তা পাইল।
তোমাক নিবাক প্ৰভু আমাক পঠাইল ॥৯৫৫
উঠিয়োক শান্তি মাৱ দুয়ো জাতিস্কাৰ।
আজি ধৰি দুহান্তৰো খণ্ডোক নিকাৰ ॥

---

ফোকাৰন্ত—ফেকুৰে, উচুপি-উচুপি কান্দে।